শ্ৰীশ্ৰীদেৱীভাগৱত।

চতুৰ্থ স্কন্ধ ॥

# শঙ্খচূড় বধ।

শ্ৰীগোপাল দেব দ্বাৰা প্ৰণীত।

প্ৰকাশক।

এজেঞ্চি কোম্পানী।

পোঃ আঃ, ৰিহাবাৰি আসাম।

প্ৰথম তাঙৰণ।

আসাম ৰিহাবাৰি।

গৌৰী শঙ্কৰ যন্ত্ৰত,

শ্ৰীৰত্নেশ্বৰ চক্ৰবৰ্ত্তী দ্বাৰা ছাপা হ'ল।

বেচ ১৷০ টকা।

## মুখবন্ধ।

### শ্ৰীশ্ৰীকৃষ্ণায় নমঃ।

—০—

পূৰ্ব্বকালে মহামুনি বেদব্যাস সৰ্ব্বশাস্ত্ৰ প্ৰণয়ণ-কৰি শেষে সকলোৰে মূলতত্ত্ব দেবীভাগৱতত প্ৰকাশ কৰিলে এই ভাগৱত শ্ৰৱণ কৰা বাবে জন্মেজয়ৰ স্বকৃত ভাগৱত শ্ৰৱণৰ ফলে পৰীক্ষিত নৰ্কৰ পৰা মুক্ত হই কৈবল্য ধামত গল তেতিয়াৰ পৰা এই পুথি পৃথিবীত প্ৰকাশ হল।

১। ব্যাস দেৱৰ ৰসময়ী লেখনী প্ৰকৃত কৃষ্ণ অৱতাৰৰ মুলতত্ত্ব কৃষ্ণ বৈকুণ্ঠ এৰি কিয় পৃথিবীত জন্ম হল, কৃষ্ণৰ ১৬০০ হাজাৰ পত্নী কিয়, তেওঁবিলাক কোন, অৰ্জ্জুনে কিয় ৰাখিব নোৱাৰিলে, বলদেৱ দৈবকী ৰোহিণী কোন, কিয় জন্মচল কং

বসুদেৱ চইত্ৰ মানিলে তওঁ ...

নিজ ভক্ত প্ৰহ্লাদৰ ...

কিয় মুন্দ ...

২ ভুবনী লক্ষ্মী ...

কুন্দ ...

যুগত কোনো কল্পে কাৰো হোৱানায়। পুনৰা এক

মন্বন্তৰ ২৮৪ যুগ ৰাজত্বকৰে, তিনিলক্ষ অক্ষৌহিনী সৈন্য, স্বয়ং ঈশ্বৰতুল্য এই যুদ্ধ পঢ়িলে আৰু আন যুদ্ধ পঢ়িবলৈ মন নেথাকে, এই পুথিত বৃদ্ধৰ ভক্তি, বালকৰ খেলা, যুবকৰ বীৰ তেজ, কামুকৰ কাম, সমস্ত তত্ত্বকে সমভাবে ব্যাসদেৱে নিবন্ধন কৰিছে। পঢ়িবলৈ ধৰিলে শেষ নহয় মানে এড়িবৰ মন নেযায় মন উদ্বিগ্ন হই উঠে মূল পুথি অনুসাৰে অতি কোমল সুশ্ৰাব্য ৰসময় ভাবে অসমীয়া ভাষাত পদ ভাঙ্গি ৰচনা কৰাহইছে। সন্ত মহন্তৰ হৃদয় গ্ৰাহী হলে আমাৰ অতিপৰিশ্ৰম ফেৰা সাৰ্থক হয় এতৎ নিবেদন মিতি সন ১৯০৯।

প্ৰণেতা।

শ্ৰীগোপাল চন্দ্ৰ শৰ্ম্মা বড় ঠাকুৰ।

নিঃ যোড়হাট।

—॰—

# শ্ৰীশ্ৰীদেৱী ভাগৱত।

—:*০:—:০*:—

## চতুৰ্থ স্কন্ধ।

## শঙ্খচূৰ বধ।



অথ বন্দনা।

### শ্ৰীকৃষ্ণায় নমঃ।

নমো দুৰ্গায়ৈ।

প্ৰথমে প্ৰণামো আদি ব্ৰহ্মা নিৰঞ্জন।
ব্যাপক ঈশ্বৰ সৰ্ব্ব শক্তি সনাতন।
চৰাচৰ জগতৰ কাৰণ স্বৰূপী।
প্ৰণামোহো ভগৱতী আদ্যা শক্তি ৰূপী।

বাক্যত প্ৰণাম কৰো সৰস্বতী আই ।
শিৰত প্ৰনামো ইষ্টদেবতা গোঁসাই ॥
সৰ্ব্বত্ৰতে বন্দো সন্ত সাধুজন পদ ।
জ্ঞানী জনে মিনতি ক্ষমিয়ো অপৰাধ ॥
স্ৰজিল পুৰাণ বৃক্ষ ব্যাস তপোধন ।
অন্য শাস্ত্ৰে ডাল পত্ৰ কৰিল ৰচণ ॥
ভাগৱত সাৰে বান্ধিলন্ত মূলতাৰ ।
দেবী ভাগবত সৰ্ব্ব ৰহস্য আকৰ ॥
চাৰিবেদ মথি সাৰ ইহাত ৰাখিল ।
জানি জ্ঞানী সন্ত সাধু সবে পান কৈল ॥
চতুৰ্থ স্কন্ধত জন্ম ৰহস্য সবাৰ ।
নাৰায়ণ সনে ঘোৰ যুদ্ধ প্ৰহ্লাদৰ ॥
সপ্তমে ইক্ষ্বাকু বংশ ত্ৰিশঙ্কু উদ্ধাৰ ।
দুৰ্গাসুৰ বধ বিশ্বামিত্ৰ তপাচাৰ ॥
নবমে ঈশ্বৰ তত্ত্ব ব্ৰহ্ম নিৰূপণ ।
শঙ্খচূড় বধপৰ্ব্ব তুলসী আখ্যান ॥
দ্বৈপায়ণে কৈলা পূৰ্ব্বে জন্মেজয় আগে ।
নিস্তাৰিলা পিতৃ পাছে গৈল স্বৰ্গলোকে ॥
এহি তিন খণ্ড পদ ভাঙ্গিবাক আশে ।
জ্ঞানী জন স্থানে কৰো মিনতি অশেষে ॥

মহন্ত জনৰ ক্ষমাগুণে সে ভুষণ ।
বঢ়া তুটা দোষ যেন কৰিয়ো মৰ্ষণ ॥*॥

—০—

গ্ৰন্থাৰম্ভ।

## জন্মেজয়ৰ প্ৰশ্ন ॥

### পদ।

সুতনি গদতি ঋষিশুনা তাত পাছে।
জন্মেজয় ৰাজা পূৰ্ব্বে ব্যাসক জিজ্ঞাসে ॥
চন্দ্ৰ সূৰ্য্য বংশী নৃপ গণৰ আখ্যান।
তযুগ্মখে শুনি প্ৰভো যুড়াইল মন ॥
আৰু শুনিবাক ইচ্ছা প্ৰকৃতি লক্ষণ।
কোন মন্বন্তৰে কোন ৰূপত পূজন ॥
কৈত কৈত অবতাৰ আকাৰ ধাৰ ণ।
বিৰাট স্বৰূপে মুনি কৰহ কীৰ্ত্তন ॥
জ্যোতি শ্ময় নিৰাকাৰ পূজিবে নপাৰি।
সাকাৰ ভজিলে নিৰাকাৰে যাইবে পাৰি ॥
ব্যাস নিগদতি ৰাজা কৰা অবধান ।
যাহাৰ শ্ৰবণে নৰে পায় সৰ্ব্বকাম ॥
পূৰ্ব্বত নাৰদ মুনি পৃথিবী পৰ্য্যটি।
গৈল বদৰিকাশ্ৰমে নাৰায়ণ যৈতি ॥

মহাযোগী ব্ৰহ্ম ৰূপী ঋষিক নমিল ।
কৃতাঞ্জলি হুইপাছে পুছিবে লাগিল ॥
দেব দেব মহাদেব পুৰাণ পুৰুষ ।
জগতৰ আধাৰ সৰ্ব্বজ্ঞ প্ৰভো ঈশ ॥
অনন্ত জগতদেব কৈত প্ৰতি ষ্ঠিত ।
কৈত বা জনম, লয় হুইবে পাছে কৈত ॥
কাৰপৰা জাত ইটো প্ৰলয় কিমত ।
কোন জ্ঞান লভি মায়া হোৱয় নিবৃত্ত ॥
সৃষ্টিৰ আদিতে পূৰ্ব্বে কোন ৰূপ ছিল ।
কোন ৰূপে সৃষ্টি লাগি পঞ্চ ভূত ভৈল ॥
ত্ৰিগুণে লভিয়া কৈত ভৈল অবতাৰ ।
কিৰূপ লক্ষণ মূল ভৈলন্ত সাকাৰ ॥
ধ্যান পূজা শ্ৰবণ কীৰ্ত্তন ইসবাৰ ।
ভজন ভকতি ধৰ্ম্ম কিৰূপ আচাৰ ॥
যাহাক লভিলে সৰ্ব্ব ভ্ৰান্তি দূৰহয় ।
সূৰ্য্যৰ উদয়ে যেনে অন্ধকাৰ ক্ষয় ॥
অনুগ্ৰহ কৰি দিয়া প্ৰশ্নৰ উত্তৰ ।
যাক শুনি পায় নৰে ভব বন্ধ পাৰ ॥

## নাৰায়ণৰ উত্তৰ।

নাৰায়ণ কহে ঋষি প্ৰকৃতি লক্ষণ।
কাৰ শক্তি বৰ্ণিবাক পাৰে ত্ৰিভুবণ॥
তথাপি ধৰ্ম্মৰ মুখে যিৰূপে শুনিছো।
কহিবো তোমাত সবিস্তাৰে কিছু কিছু॥
প্ৰ, শব্দে প্ৰকৃষ্ট অৰ্থ সবাৰ উপৰ।
কৃতি, শব্দে সৃষ্টি কাৰ্য্য শ্ৰজন বিধিৰ॥
যিজনে উত্তম সৃষ্টি কৰিল বিধান।
তাকে বেদে কহে মূল প্ৰকৃতি লক্ষণ॥
সেহি পৰম ব্ৰহ্ম জ্যোতিৰ্ম্ময় সনাতনী।
দক্ষিণে পুৰুষ বামে প্ৰকৃতি ৰমণী॥
এতেকে নকৰে জ্ঞানী স্ত্ৰী পুৰুষ ভেদ।
সৰ্ব্ব ব্ৰহ্ম ময় ইটো প্ৰকৃতি অভেদ॥
যেহিৰূপ দিশকাল আত্মা অবিনাশী।
চৰাচৰে জগতে গোলোকো অবিনাশী॥
তাৰ একচুকে ৰহে বৈকুণ্ঠ অধত।
উপৰে শাশ্বত জ্যোতি সৰ্ব্বলোক খ্যাত॥
সেহি তেজোময় জ্যোতি পাছে সৃষ্টিলাগি।
প্ৰকৃতি পুৰুষ ৰূপে ভৈলন্ত দুভাগি॥

দক্ষিণাংশে দুইভূজ শ্যাম কৃষ্ণ ৰূপ।
বাম অংশে মহালক্ষ্মী প্ৰকৃতি স্বৰূপ॥
এই দুই ভৈল মূল প্ৰকৃতি পুৰুষ।
এতেকে অভেষ্য কোটী ব্ৰহ্মাণ্ডৰ ঈশ॥
অতি কমনীয় ৰূপ অতি মনোহৰ।
নবীন নীৰদ শ্যাম তনু ৰুচিকৰ॥
শৰত পঙ্কজ জিনি পুণ্ডৰীক আখি।
মুক্তা বিনন্দিয়া শুভ্ৰ দন্ত, মৃদুহাসি॥
শোভিত ময়ুৰ পুচ্ছে চূড়া মনোহৰ।
কণ্ঠত মালতী মালা কৰে জাতিস্কাৰ॥
অগ্নি শুদ্ধ পীতবাস মুখ সুপ্ৰসন্ন।
দ্বিভূজ মুৰলী হস্ত ৰত্নে বিভূষণ॥
সবাৰ আশ্ৰয় সৰ্ব্বশক্তি সৰ্ব্ব সাৰ।
জন্ম জৰা ব্যাধি মৃত্যু খণ্ডন ঈশ্বৰ॥
কৃষি, পদে সৰ্ব্ব আদি ণ, পদে বীজ।
এতেকতে কৃষ্ণ আদি পুৰুষ সৰ্ব্বজ॥
কালে প্ৰকৃতিত ক্ষোভ কৰিল পুৰুষ।
শত মন্বন্তৰ গৰ্ভ ধৰিল বিশেষ॥
তাত পাছে গৰ্ভ পাত কৰিল প্ৰকৃতি।
পৰিল কাৰণ জলে ব্ৰহ্ম ডিম্বাকৃতি॥

দেখি হাহাকাৰ কৰি বুলিল পুৰুষে।
কোনোকালে শন্ততি নাই তযু অংশে ॥
তুমি আদি তোমাৰ কলাংশ কলা সব।
হুইবেক বন্ধ্যা মই আজি দিলো শাপ ॥
এতশুনি মহা লক্ষ্মী জিহ্বাৰ অগ্ৰত।
সৃজে এক কন্যা সৰস্বতী নামে খ্যাত ॥
সেহি মহা সৰস্বতী কালে মুনিবৰ।
সৃষ্টি লাগি দুইভাগ ভৈল কলেবৰ ॥
বাম অংশ ভৈল লক্ষ্মী দক্ষিণ ৰাধিকা।
হেন দেখি পুৰুষো ভৈলন্ত দুই ভাগ ॥
দক্ষিণে দ্বিভূজ শ্যাম মুৰলী বায়ক।
বাম অংশ চতুৰ্ভুজ সাৰঙ্গ ধাৰক ॥
পৰে বহুকালে ডিম্ব আপুনি ফাটিল।
কোটি সূৰ্য্য জিনি তৈত শিশু এক ভৈল ॥
ইটো জলশায়ী অষ্টভুজা মহাবিষ্ণু।
কৃষ্ণ তেজ ষোড়ষাংশে এহি বিষ্ণু তনু ॥
ৰাধা কৃষ্ণ দুইকো দিল গোলকত ধাম।
বৈকুণ্ঠত দিল বিষ্ণু লক্ষ্মী পূৰ্ণ কাম ॥
জল শায়ী বিষ্ণু ভৈল সৃষ্টিৰ কাৰণ।
প্ৰেতি লোমকুপত ব্ৰহ্মাণ্ড অগণন ॥

অসংখ্য ব্ৰহ্মাণ্ড ব্ৰহ্মা বিষ্ণু মহেশ্বৰ।
জলশায়ী বিষ্ণুৰ অধীনে মুনিবৰ॥
এহিজন নাভি পদ্মে ব্ৰহ্মাৰ উৎপত্তি।
প্ৰতি ব্ৰহ্মাণ্ডত মহা বিৰাট আকৃতি॥
প্ৰকৃতি পুৰুষ দুই যিটো মূল শক্তি।
অনন্ত ব্ৰহ্মাণ্ডেক কে ব্যাপি মহা জ্যোতি॥
ব্যাপক ঈশ্বৰ হৰি পূজে কাৰ শক্তি।
এতেকে ভজন্ত তাঙ্ক আচৰি আকৃতি॥

---

## জন্মেজয়ৰ পুনঃ প্ৰশ্ন॥

### পদ

জন্মে জয় বদতি প্ৰণামো শুকদেৱ।
কুলৰ তিলক সৰ্ব্ব জ্ঞানী সৰ্ব্ব সেৱ॥
আৰু কিছু পুচিবাক বাসনা আমাৰ।
অনুগ্ৰহ কৰি যদি কৰিবা উত্তৰ॥
আদি কৃষ্ণ জগন্নাথ সবাৰ আধাৰ।
কোনৰূপ কৰ্ম্মফল প্ৰাক্তন তাহাৰ॥
আৰু শূৰসেন সুত বসুদেৱ মানী।
শুনিছো তাহান পুত্ৰ প্ৰভো চক্ৰপাণী॥

পৃথিবীৰ জয়ঢাক দেৱতাৰো পূজ্য।
হেন জন কংস কাৰাগাৰে কেনে বন্ধ॥
ভাৰ্য্যা দেবকীৰ সমে পোটাশালে বাস।
দৈবকীৰ ছয় পুত্ৰ কংস কৈল নাশ॥
কিবাহেতু কংসে জ্ঞাতি দ্ৰোহ আচৰিল।
হৰি বা কিহেতু পোটাশালে জন্ম ভৈল॥
কোন হেতু সৰ্ব্ব শক্তি দেব নাৰায়ণ।
গোকুলে লভিলে জন্ম কিৰূপ কাৰণ॥
অমিত তেজ শ্ৰীকৃষ্ণ জগত ঈশ্বৰ।
পিতামাতা বসুদেব দৈবকী তাহাৰ॥
জন্ম ধৰি পিতামাতা নিগড় ভঞ্জিল।
বৈকুণ্ঠৰ পৰা কেনে মোচন নকৈল॥
সকল সমৰ্থ জগৎপতি নাৰায়ণ।
তাৰ কি প্ৰাক্তন ভৈল উদৰে জনম॥
মহন্তৰো বুজিবাক নুহিকা শকতি।
কোন হেতু কৰ্ম্ম বন্ধ পায় যদুপতি॥
যেবে বাসুদেব জন্ম ধৰিবে আসিল।
কোন কন্যা সিটো কংসে আছাৰি মাৰিল।
শিলা খণ্ডে আছাৰ মাৰিল কংস যেবে।
হাত হন্তে উড়ি অষ্ট ভুজা ভৈল তেবে॥

কৃষ্ণৰ বহুত ভাৰ্য্যা গৃহস্থী আশ্রম ।
আৰু দেহত্যাগ কাৰ্য্য ইতৰ সমান ॥
নৰ নাৰায়ণ দুয়ো পৌৰাণিক ঋষি ।
ধৰ্ম্ম পুত্র মহা জন পৰম তপসী ॥
নিৰাহাৰে নিস্পৃহে ইন্দ্রিয় জয় কৰি ।
কৰে বদৰিকে তপ বহু বৰ্ষ ধৰি ॥
বিষ্ণু অংশে জাত জগতৰ শ্রেষ্ঠ তপী ।
তান অংশে কৃষ্ণাৰ্জ্জুন জনম অদ্যাপি ॥
নাৰদ প্রমুক্ষে যত মহা ঋষি গণ ।
সবাৰ উপৰ দেব নৰ নাৰায়ণ ॥
হেন অংশে জন্ম কৃষ্ণ অৰ্জ্জুন সাক্ষাত ।
কেনে দেহ ধাৰী ভৈল জন্মান্তৰ প্রাপ্ত ।
উগ্র তপস্যাতো দুই মুক্তি নলভিল ।
পুনু কৃষ্ণাৰ্জ্জুন ৰূপে জনম পাইল ॥
মুক্তি লাগি যিটোজন উগ্র তপকৰে ।
কোন হেতু সিটোজন যোনি জন্মে মৰে ।
স্বধৰ্ম্মে থাকিলে শূদ্র মৰি বৈশ্য হয় ।
ধৰ্ম্ম নিষ্ঠ বৈশ্য ক্ষত্রিয়ত জন্ম পায় ॥
স্বধৰ্ম্মী ক্ষত্রিয় মৰিব্রাহ্মণত্ব পায় ।
নিস্পৃহ ব্রাহ্মণ ভৈলে মুকুতি লভয় ॥

বিপৰীত মত দেখো নৰ নাৰায়ণে।
তপে শুদ্ধ দেহ তবু ক্ষত্রিয়ে জনমে ॥
কিবা কৰ্ম্মফলে কিম্বা কাহাৰ শাপত।
ব্রাহ্মণ ক্ষত্রিয় ভৈল কহিয়ো সাম্প্রত ॥
ব্রহ্ম শাপে যদুবংশ বিনাশ শুনিলো।
আৰু গান্ধাৰীৰ শাপে ইহাকো বুজিলো।
কিবা হেতু প্রদ্যুম্নক সম্বৰে হৰিল।
বাসুদেব বিদ্যমানে ইৰূপ ঘটিল ॥
দুৰ্গম দ্বাৰকাপুৰ বায়ু নসঞ্চাৰে।
সুতা গৃহ হন্তে শিশু হৰিল সম্বৰে ॥
সৰ্ব্বজ্ঞ ঈশ্বৰ বাসুদেৱে নজানিল।
তেবে দিব্য চাক্ষুসা তাহাঙ্ক কেনে বোল ॥
যিটো বাসুদেব পত্নী দস্যু কাঢ়ি নিল।
দেবতাৰো দেব তাঙ্ক কোনৰূপে বোল ॥
বিষ্ণু অংশে জন্ম হৰি ভাৰ হৰিবাক।
নিজনে মথুৰা এৰি পলাইলা কক ॥
ভূমিভাৰ হৰিবাক হৰি অবতাৰ।
পাপনষ্ট ধৰ্ম্মৰক্ষা উদ্দেশ তাহাৰ ॥
হেন বাসুদেবে কেনে চৌৰে নিপাতিলা।
সংশয় ছেদিয়ো মুনি বিস্তাৰিয়া বোলা ॥

তানপত্নী দস্যু যেবে বলে কাঢ়ি নিল।
সৰ্ব্ব তন্ত্ৰ ঈশ্বৰ যদি কেনে নজানিল॥
ভীষ্ম দ্ৰোণ বধকালে ভূভাৰ হৰন্তে।
আবিৰ্ভূত পাণ্ডব হইল ধৰা ধামে॥
কৃষ্ণৰ পৰম ভক্ত ৰাজা যুধিষ্ঠিৰ।
কৈলা ৰাজসূয় যজ্ঞ বিহিত প্ৰকাৰ॥
বিবিধ দক্ষিণাদানে তুষিলা ব্ৰাহ্মণে।
সিটোজনে বনে ঘোৰ দুঃখ পায় কেনে॥
তাহাৰ সুকৃত তেবে কৈক গৈল ফল।
কিনো মহাপাপ তাঁৰ দুঃখকেসে পাইল॥
সুভগা দ্ৰৌপদী যজ্ঞ মণ্ডপে জন্মিল।
লক্ষ্মী অংশে জাত কৃষ্ণা ভক্তি অবিচ্ছল॥
কিহেতু সিজনে পুনু পুনু দুঃখ পায়।
দুঃশাসনে কেশে ধৰি লৈযান্ত ঘসাই॥
এক বস্ত্ৰা ৰজস্বলা সভাত আনিল।
বিৰাট নগৰে দাসী হইয়া বঞ্চিল॥
কীচকে ধৰিলে পতিহীনা যে কান্দিল।
জয়দ্ৰথে নিলে টানি কান্দি বিয়াকুল॥
জন্মান্তৰে কিবা পাপ হেন দুঃখ আতি।
কোন হেতু নানা দুঃখ পায় দিনেৰাত্ৰি॥

মোৰ পুৰ্ব্ব বংশ ৰাজসূয় যজ্ঞ কৰি ।
জন্মাৰ্জ্জিত কৰ্ম্মে দুঃখ পাইল বৰা ধৰি ॥
সংসাৰীৰো অধম কাৰ্য্যত যিবা ভৈল ।
সিসব কিমতে তেবে দেব অংশ হুইল ॥
সদাচাৰী ভীষ্ম দ্ৰোণ কৰ্ণ মহাবল ।
ধন লোভে ছলকৰি মৰাইল সকল ॥
ছলকৰি কৃষ্ণ মোৰ বংশ নাশ কৈল ।
পাণ্ডবক মহা ঘোৰ নৰকে পাঞ্চিল ॥
ভিক্ষামাগি খাই ভাল শিল্পকামো ভাল ।
তথাপিতো বংশদ্ৰোহ নোহে পৌৰুষাল ॥
বংশনাশ কৈল হৰি মুনিয়ে ৰাখিল ।
বিৰাট নন্দনী গৰ্ভে পুত্ৰ উপজিল ॥
শত্ৰু নাশকাৰী বীৰ্য্যবন্ত জ্ঞানবান ।
তপস্বীৰ গলে সৰ্প আৰিল সিজন ॥
ক্ষত্ৰিয় কুলত জন্ম লভি আন জনে ।
ব্ৰাহ্মণক হিংসা কভু নকৰে কখনে ॥
মৌনধৰি তপস্বী আছিল বনমাঝে ।
কৰিলা অদ্ভুত কাম পিতা সৰ্পবান্ধে ॥
ইহাৰ ৰহস্য দেব সন্দেহ আমাৰ ।
অনুগ্ৰহ কৰি দূৰ কৰা ঋষিবৰ ॥

*২*

দেবী ভাগবত পদ চতুর্থ স্কন্ধৰ ।
জন্মে জয় সন্দেহ ৰহস্য কথাসাৰ ॥
ভণিল গোপাল দেব পয়াৰ প্রবন্ধে ।
ৰাম ৰাম বোলা ডাকি সবে সভাসদে ॥
ইতি প্রথমাধ্যায় সমাপ্ত ॥ * ॥

---

## ব্যাসদেবৰ উত্তৰ ॥

### পাদ

সূত নিগদতি এহি ৰূপে জন্মে জয় ।
সত্যবতী সুতক পুছিলা মহাশয় ॥
পুৰাণ পণ্ডিত ব্যাস দেব হেন শুনি ।
সংশয় নিবৃত্তি কথা কহিলন্ত গুণি ॥
ব্যাস নিগদন্তি ৰাজা পৰীক্ষিত সুত ।
অদ্ভুত কৰ্ম্মৰ গতি কিকৈবো তোমাত ॥
দেবৰ অবোধ্য মনুষ্যৰ কোন কথা ।
গহীণ কৰ্ম্মৰ গতি বুজা সাধ্য বৃথা ॥
তিনি গুণে ব্রহ্মাণ্ড যৈসানি জনমিল ।
নিশ্চয়ে জানিবা কৰ্ম্ম ফলেসে জন্মিল ॥

অনাদি জীবন কৰ্ম্ম বীজত উদ্ভৱ ।
মৰি মৰি নানা যোনি মধ্যে জন্ম হয় ॥
কৰ্ম্মহীন দেহ কভু সংযোগে নহয় ।
কৰ্ম্মতে কেবলে মাত্ৰ দেহ জাত হয় ॥
সিটো কৰ্ম্ম শুভাশুভ দুবিধ ৰাজন ।
দুইবিধ মিশ্ৰ কৰ্ম্মে ত্ৰিবিধ প্ৰাক্তন ॥
সঞ্চিত আৰব্ধ বৰ্ত্তমান এহিতিন ।
ইটো তিনি মিশ্ৰকৰ্ম্ম ফলে উৎপাদন ॥
এহি তিনি বিধ কৰ্ম্ম শৰীৰে বৰ্ত্তয় ।
ব্ৰহ্মা আদি সৰ্ব্ব জীব জন্তুতে আছয় ॥
ব্ৰহ্মা বিষ্ণু আদি সৰ্ব্ব ইটো কৰ্ম্ম বশ ।
সুখ দুঃখ জৰা মৃত্যু হৰ্ষ শোক যশ ॥
কাম ক্ৰোধ লোভ সৰ্ব্ব দেহগত গুণ ।
এহিৰূপে দৈবাধীন হোৱে সৰ্ব্ব জন ॥
ৰাগ দ্বেষ লোভ মোহ সবাৰে আছয় ।
মনুষ্য তিৰ্য্যগ দেবতাৰো মহাশয় ॥
দেহৰ সম্বন্ধ ইটো সকল বিকাৰ ।
কৰ্ম্ম সূত্ৰে কিম্বা মোহবশে আপোনাৰ ॥
কৰ্ম্মত উদ্ভব জীব হোৱে সৰ্ব্বত্ৰত ।
কৰ্ম্ম নথাকিলে ৰাজা জনম নোহন্ত ॥

কৰ্ম্মতে ভ্ৰময় সূৰ্য্য কৰ্ম্মে চন্দ্ৰ ক্ষয়।
শিব ৰুদ্ৰে ব্ৰহ্মা কৰ্ম্মে ৰৰ্ত্তন্ত নিশ্চয়।।
অনাদি নিধন জীব কৰ্ম্মতে উদ্ভূত।
স্থাবৰ জঙ্গম আদি সবাতে শাশ্বত।।
শাশ্বত কি অশাশ্বত ইহাৰ বিচাৰ।
সৰ্ব্বত্ৰতে মুনি ঋষি ব্যগ্ৰ নিৰন্তৰ।।
তথাপি নজানে তাক নিত্য কি অনিত্য।
মায়া মোহে ইটো জগৎ নিত্য বোধ হন্ত।।
কাৰ্য্যৰ অভাব হলে কাৰণে নবৰ্ত্তে।
কাৰ্য্য নাহইলে কভু কাৰণ নাথাটে।।
এতেকে কাৰণ মায়া সবাৰ নিশ্চয়।
মায়া নাথাকিলে নৃপ কিছু নালাগয়।।
সেই মায়া কৰ্ম্ম বীজ নিত্য বুলি জান।
ঘুৰিছে জগত কৰ্ম্ম বন্ধৰ বাসনা।।
হৰিয়ো মায়াতে বদ্ধ সৰ্ব্বদা ভ্ৰমিছে।
নানা বৃত্তি লই নানা যোনিত ঘুৰিছে।।
যুগে যুগে ননা,ন ৰকম, নী চ যো।নি।
পৰম তেজস্বী হৰি ভ্ৰমিছে আপুনি।।
নিজ খুছি মতে জানো আপুনি কেশবে।
তিয়াগি বৈকুণ্ঠ ভোগ যোনিত উদ্ভবে।।

বিষ্ঠামূত্ৰে গৰ্ব্ভে বাস কোনে বাঞ্চা কৰে ।
পুষ্প্য সাৰ লীলা জল কেলি সুখ এৰে ॥
সুবৰ্ণ পালঙ্ক দুগ্ধফেন নিভ ভুলি ।
নৃত্যগীত বাদ্য ভণ্ড সুমধুৰ কেলি ॥
ইটো সব সুখ এৰি নৰক বাসনা ।
আচোক দেবতা নৰে নকৰে কামনা ॥
সিন্ধু সুতা সমে সুমধুৰ ৰসএৰি ।
বিষ্ঠা মূত্ৰ পান কোনে বাঞ্চে ইচ্ছাকৰি ।
গৰ্ভবাস উপৰি ত্ৰিলোকে নৰ্ক নাই ।
তাৰ ভয়ে মুনি ঘোৰ তপস্যা কৰয় ।
ৰাজ্য ভোগ ত্যাগি বনে যান্ত নৃপগণ ।
গৰ্ভ বাস ভয়ে কৰে কণ্টকে শয়ন ॥
গৰ্ভ বাসে কৃমি কীট কৰন্ত দংশন ।
ঘোৰ জঠৰাগ্নি সদা কৰয় দহণ ॥
লোহাৰ নিগড় বন্ধে কিবা সুখ ভূপ !
তবু সিয়ো নোহে গৰ্ভবাস অনুৰূপ ॥
পোটাশালে বন্দী লৌহ নিগড় বন্ধন ।
গৰ্ভ বাস হন্তে সিয়ো ভাল শত গুণ॥
অল্পক্ষণো গৰ্ভবাস অভিৰুচি নোহে ।
দিবা ৰাত্ৰি দশমাস দুঃখ অহৰহে ॥

প্রশব যন্ত্রণা তাতোকৰি দুঃখবৰ।
বাল্যকাল অতি কষ্ট অজ্ঞান আন্ধাৰ।
বাক্য নাহি ফুটে মুখে বোবাৰ আনয়।
ক্ষুধা তৃষ্ণা দুঃখ পৰাধীনে আশ্ৰয়।
ব্যাধি পীড়া সর্ব্বদায়ে ঔষধি সেবন।
বিষ্ঠা মূত্রে পছে মাত্র কৰন্ত ক্রন্দন॥
নানাবিধ দুঃখ বাল্যকালে ভোগকৰে।
কোন সুখ লাগি জ্ঞানী জন্ম বাঞ্চাকৰে।
সংগ্রাম পৰম দুঃখ মহাপৰিশ্ৰম।
সুখ এৰি কোন মূঢ়ে কৰন্ত কামন॥
ব্রহ্মা আদি দেবৰাজা দৈবৰ অধীন।
কৰ্ম্ম মতে সুখ দুঃখ ভুঞ্জে অনুক্ষণ॥
দেহ ধাৰী মাত্রে সব দেব কি পিশাঞ্চ।
শুভা শুভ কৰ্ম্মফল ভোগন্ত অবশ্য॥
কৰ্ম্মক্ষীণ ভৈলে ইন্দ্রো পতন হোৱয়।
দান যজ্ঞ তপোবলে যদি ইন্দ্র হয়॥
যজ্ঞ তপবলে নৰে ইন্দ্র পদ লভে।
সেই পূন্য ক্ষয় ভৈলে স্বৰ্গ হন্তে খসে॥
ৰাম অবতাৰে দেব বানৰে জন্মিল।
কৃষ্ণ অবতাৰে গোপ যাদৱ হইল॥

এহি ৰূপে হৰি যুগে যুগে অসংখ্যাত।
ব্ৰহ্মায়ে প্ৰাৰ্থন্ত জন্ম ধৰে পৃথিবীত ॥
ৰথ চক্ৰ যেহিৰূপে ঘুৰি ঘূৰি বুলে।
হৰি নানামতে ৰূপ ধৰে কালে কালে ॥
ধৰ্ম্মক স্থাপন্ত হৰি অধৰ্ম্ম সংহাৰে।
এহি হেতু বাৰে বাৰে অবতাৰ ধৰে ॥
দৈত্যৰ নিধন কাম আপুনি কৰন্ত।
কলা অংশৰূপে পৃথিবীত জন্ম হন্ত ॥
কৃষ্ণ জন্ম কথা কহো শুনা নৃপবৰ।
ভগবান বিষ্ণু যদুকুলে অবতাৰ ॥
কশ্যপৰ অংশে বসুদেব ভৈল জাত।
গোকুলে গোৱাল বৃত্তি বৰুণ শাপত ॥
কশ্যপৰ দুইভাৰ্য্যা দিতি যে অদিতি।
দেবকী ৰোহিণী দুই ভগিণী সম্প্ৰতি ॥
পূৰ্ব্বে বৰুণৰ শাপে সভাৰ্য্যে কশ্যপ।
গুৱালৰ ঘৰে জন্ম ধৰিলন্ত ভূপ ॥

## জন্মেজয়ৰ পুনঃ প্ৰশ্ন ।

### পদ ।

জন্মেজয় কহে দেব সংশয় ভাঙ্গৰ ।
কিকৰিল কশ্যপে লভিল শাপ ঘোৰ ॥
ভাৰ্য্যা সমে কিবা হেতু জনম লভিল ।
কি বা হেতু বিষ্ণু গোকুলত জন্মভৈল ।
কাৰ অনুৰোধে লক্ষ্মী বৈকুণ্ঠ ত্যাগিল ॥
সবাৰ কাৰণ বিষ্ণু সকলৰ শ্ৰেষ্ঠ ।
মনুষ্য স্বৰূপ কৰ্ম্মফল ভৈল প্ৰাপ্ত ॥
বৈকুণ্ঠ বিভূতি লক্ষ্মী ত্যাগি নাৰায়ণ ।
পৰম বিস্ময় ভৈল মনুষ্যে জনম ॥
মানুষৰ দেহ লভি কৰে বিড়ম্বনা ।
কাম ক্ৰোধ হৰ্ষ শোক বিবিধ ভাবনা ॥
বৈৰ মিত্ৰ সুখ দুখ দৈন্য হীনকাম ।
সুকৃত দুষ্কৃত বাক্য যুজন মাৰণ ॥
উপতাপ বিমৰ্ষ বিতন্দা চল চাল ।
লোভ মোহ দম্ভশোক দাৰা প্ৰতি পাল ।
ইটোসব ভাব ঋষি মনুষ্যে বৰ্ত্তয় ।
সুখ এৰি বিষ্ণু কেনে ইহাত পৰয় ॥

মহাপাশে বন্ধা মনুষ্যৰ কিবা সুখ।
হৰিকেনে এত কষ্টে ভৈলন্ত সন্মুখ॥
গৰ্ভদুখ জন্ম দুখ বাল্য কালে দুঃখ।
যৌবনে কামৰ জ্বালা আদি চিন্তা দুঃখ॥
এত দুঃখ পায় তবু কেনে নাৰায়ণ॥
পুনু পুনু অবতাৰ হয় কিকাৰণ॥
পৰব্ৰহ্ম হৰি ৰাম অবতাৰ ভৈল।
বনবাসে মহা দুঃখ জানকী হৰিল॥
তাত পাছে বনে বিপৰীত ক্লেশ পাইল।
অন্তে সীতা ত্যাগে তাতো কৰি কস্ট ভৈল॥
কৃষ্ণ অবতাৰ মুনি ভৈল বন্দিসালে।
গোকুলত গৰু ৰাখি কিবা সুখ পালে।
কট কৰি কংস ৰাজে কৰিল নিধন।
তাত পাছে দ্বাৰকা নগৰে পলায়ন॥
সংসাৰিক নানাদুঃখ ভোগে ভগবান।
হেন দুঃখে হৰি কেনে হয় আগমন।
চতুৰ্থ স্কন্ধৰ পদ দ্বিতীয় অধ্যায়॥
কৰ্ম্মফল মুখ্যনাম জ্ঞানৰ উদয়।
কৃষ্ণৰ কিঙ্কৰে পদ ভণিল গোপাল॥
বোলা হৰি হৰি ডাকি চিন্দি মায়াজাল।

# বসুদেব দৈবকীৰ জন্ম ॥

## পদ ।

ব্যাস নিগদতি ৰাজা বুজিয়োঁ সম্প্ৰাত ।
হৰি অবতাৰৰ কাৰণ অসংখ্যাত ॥
সমস্ত দেবৰ অংশ অবতাৰ সমে ।
বসুদেব জন্ম কথা শুনা অনুক্ৰমে ॥
আৰু দৈবকীৰ ৰোহিণীৰ জন্ম কথা ।
শুনা কহোঁ নৰবৰ কাৰণ সৰ্ব্বথা ॥
শ্ৰীমন্ত কাশ্যপ মুনি যজ্ঞৰ কাৰণে ।
বৰুণৰ গাভী হৰি নিল কোন দিনে ॥
বৰুণে খুজিল বহু গাভী নাহিদিল ।
মনে বিমৰষি পাছে ব্ৰহ্মা স্থানে গৈল ॥
কাকুতি মিনতি কান্দি কৈল নিবেদন ।
কশ্যপে হৰিল দেব মোহোৰ গোধন ॥
বহুত খুজিলো নাহি দিল মোৰ গাভী ।
দিলো শাপ গোৱাল হুইবে জন্ম লভি ॥
দুই ভাৰ্য্যা গোপকুলে জনম লইব ।
হুইবে মৃতবৎসা পোটাসালে বন্দী হুইব ॥

শাপ শুনি দুইজনে কান্দিল বিস্তৰ।
মাতৃহীণা শিশু যেন কান্দে নিৰন্তৰ॥
তথাপিতো গৰু মোৰ নিদিল কশ্যপ।
কি কৰিবো দেব আৰে কহিয়ো স্বৰূপ॥
বৰুণৰ বাক্য শুনি পাচে পদ্ম যোনি।
কশ্যপৰ স্থানে ব্ৰহ্মা গৈলন্ত আপুনি॥
আশ্ৰমে আসিল যেবেদেব সৃষ্টি পতি।
আগবাঢ়ি মুনিবৰে কৰিল প্ৰণতি॥
ব্ৰহ্মায়ে পুচন্ত কেনে ই কৰ্ম্ম কৰিলা।
দেবতাৰ গাভী তুমি কিহেতু হৰিলা॥
হৰি আনিলাহা ধেনু খুজিলে নাদিয়া।
ইটো কি অন্যায় কৰি আছা জ্ঞানী হুয়া॥
পৰবিত্ত হৰণ অন্যায় মহা পাপ।
তুমি সৰ্ব্ব জ্ঞানী কেনে কৰাহা ইৰূপ॥
হৰি হৰি মহা মহন্তকো লোভে নেৰে।
লোভে পাপ জন্মে পাছে নৰকত পৰে॥
কশ্যপ সমান হেন জ্ঞানী মহাজন।
সিজনে নেড়ন্ত লোভ কিকবো এখন॥
সৰ্ব্ব দৈবাধীন কাৰ্য্য লোভতে প্ৰজিছা।
কশ্যপে নেড়ন্ত তাক আপুনি দেখিছো॥

পতিগ্ৰহ লোভ যিটো দিলন্ত ছাৰণি।
ধন্যা!সিটো জন শান্তমতি মহামুনি॥
সংসাৰৰ মহাশত্ৰু ইটো লোভ পাপ।
যিজনে ত্যাগিলে সিটো শ্ৰীহৰি স্বৰূপ॥
এতেক বুজাইল ব্ৰহ্মা তথাপি কাশ্যপ।
দুৰাচাৰ পাপিষ্ঠ পামৰ অতিৰেক॥
মোহলাগি কাম ধেনু পালতি নিদিল।
লাজে খঙ্গে প্ৰজাপতি অভিশাপ দিল॥
মৰ্য্যদা ৰাখিবে লাগি নাতি, প্ৰাণ তুল্য।
মৰ্য্যদা নৰইলে হেন সমন্ধে কি ফল॥
এতেকতে অংশ ল'ই পৃথিবী ভিতৰে।
যদুকুলে জন্ম ধৰ গুৱালৰ ঘৰে॥
তোৰা দুই ভাৰ্য্যায়ো জনম তৈত লোক।
গোপ ঘৰে গুৱালনী গো ৰক্ষা কৰোক॥
কশ্যপক শাপি ব্ৰহ্মা নিজ লোকে গৈল।
বিমৰ্ষে বৰুণ দেবো স্বস্থানে চলিল॥
ব্যাস কহে এতকতে শুনা জন্মেজয়।
ব্ৰহ্মা বৰুণৰ শাপে কশ্যপ জন্ময়॥
ভূমিভাৰ হৰিবাক অংশ কলাৰূপে।
গোকুলে জনম ভৈল গোপাল স্বৰূপে॥

দিতি অদিতিয়ো জন্মি সন্তাপ লভিল।
জন্ম মাত্রে ছয়পুত্র কংশে বিনাশিল ॥
অদিতিক দিতিয়ো দিলন্ত শাপ ৰাজা।
তুইশাপে অদিতি ভৈলন্ত মৃতবৎসা ॥
হেন শুনি জন্মে জন্মে মুনিক্ত বিনাইল।
দিত্তিয়ে আপোন ভগ্নী কিহেতু শাপিল ॥
ইন্দ্রৰ জননী মুনি অদিতি সুন্দৰী।
ইহাৰ ৰহস্য ভাঙ্গি কহিয়ো বিস্তৰি ॥

———

## অদিতিৰ শাপ বৃত্তান্ত।

### পদ

সূত নিগদতি মুনি শুনা তাত পাচে।
যেবে জন্মেজয় ব্যাস দেবত জিজ্ঞাসে ॥
সমাহিত চিত্তে তেবে সত্যবতী সুত।
কহিবে লাগিলা কথা পৰম অদ্ভুত ॥
দক্ষৰ তনয়া তুই দিতি যে অদিতি।
কশ্যপ মুনিৰ প্রিয় ভার্য্যা মহা শান্তী ॥
অদিত্তিৰ পুত্র যেবে ইন্দ্র সূর্য্যভৈল।
দিত্তিয়ো সিৰূপ পুত্র কামনা কৰিল ॥

কশ্যপৰ আগে দিতি কহিল বিনাই।
ইন্দ্ৰ তুল্য বীৰ পুত্ৰ মোৰ যেন হই॥
মুনিকহে সুস্থ হোৱা নকৰা বিমন।
ব্ৰত অন্তে তবপুত্ৰ হুইবে শোভন॥
শত ইন্দ্ৰ তুল্য পৰাক্ৰমী পুত্ৰ পাইবা।
উত্তম প্ৰকাৰে যেবে ব্ৰত আচৰিবা॥
মুনিবাক্য শুনি সতী ব্ৰত আচৰিল।
সময়ে তাহাত ঋষি গৰ্ভাধান কৈল॥
শুচি সঞ্জমনে থাকে পতি সেবাকৰি।
ভূমিত শয়ন কৰে বস্ত্ৰশয্যা কৰি॥
এহিৰূপে গৰ্ভ যেবে সম্পূৰ্ণ হইল।
অগ্নিহেন দিতি দেহ প্ৰকাশ হইল॥
হেন দেখি অদিতি লভিল মহাদুঃখ।
দিতিৰ হুইবে পুত্ৰ ইন্দ্ৰ বলাধিক॥
পাছে মোৰ ইন্দ্ৰক কৰিবে হিংসাবল।
এতভাবি দেবৰাজ ডাক দি আনিল॥
দেখিছো দিতিৰ গৰ্ভ অতি তেজোবান।
গৰ্ভনাশ হেতু ইন্দ্ৰ কৰহ বিধান॥
নতু উপজন্তে গৰ্ভে কৰিয়ো বিনাশ।
সতিনীৰ তেজদেখি মোৰ শুকাই দেহ॥

সুখে ধৰ্ম্ম নাশকৰে ইউ বৰ চিন্তা।
সতিনীৰ তেজে আক তাতোকৰি চিন্তা॥
কিন্তু শক্ৰনষ্ট ভৈলে ৰাজ্য লক্ষ্মী বৃদ্ধি।
এতেকতে শক্ৰবধ, কৰি কোন বুদ্ধি॥
লোহামাৰি গৰ্ভপাত কৰহ তাহাৰ।
যিকোন উপায়ে আজি কৰহ সংহাৰ॥
ত্ৰিশুৰালী পাতি কিবা কোনো চলেবলে।
গৰ্ভ ছেদি. মোৰপ্ৰীতি সাধহ কুশলে॥
ব্যাসদেব কহে ৰাজা মাতৃ বাক্য শুনি।
চিন্তিত ভৈলন্ত শক্ৰ মনে ভাবি গুণি॥
বিমাতৃৰ সমীপে চলিল দেবৰাজ।
পাপমতি ইন্দ্ৰ প্ৰণামিল পদৰাজ॥
মুখে মধু হৃদেক্ষুৰ বিষবহ্নি সৰি।
বন্দিল মাসীৰ পদে নম্ৰভাব ধৰি॥

---

## অথ দিতিৰ গৰ্ভপাত॥

### পদ

ইন্দ্ৰ নিগদতি আই তুমি ব্ৰত ধৰি।
দুই ছা দুৰ্ব্বল বৰ সদা ক্লেশ কৰি॥

পদ সেবা লাগি মই আসিছো হেথাত।
করো পদসেবা মাতৃ কৰা অভিমত॥
গুৰু শুশ্ৰুষাৰ পূন্য অক্ষয় জননী।
বিশেষে তোমৰা দুয়ো সহোদৰা ভগ্নী॥
এত কহি ভৰিধৰি টিপিবে লাগিল।
হাত বুলাই পদ মাৰ্য্যি কৰে সুশিতল॥
পাদ সংবাহন পাই গৰ্ভিনী সুন্দৰী।
সুখ অনুভবে নিদ্ৰা গৈল শীঘ্ৰ কৰি॥
শ্ৰান্তভৈল সঞ্জাত কৰিয়া নিদ্ৰাগৈল।
ঘোৰনিদ্ৰা দেখি ইন্দ্ৰ তাতে ছল পাইল॥
অতি ক্ষুদ্ৰ ৰূপধৰি হাতে অস্ত্ৰলই।
যোগবলে গৰ্ভে পশি কাটিলন্ত গই॥
বজ্ৰ ঘাৱে সপ্তখণ্ড কৰি ছেদিলন্ত।
এক এক খণ্ড পুনু সপ্তকৰি লন্ত॥
অন্তৰে বেদনা পাই কান্দিল বালিকা।
গৰ্ভমধ্যে মহা পীড়া বিষ বহ্নি শিখা॥
লাহে লাহে কহে ইন্দ্ৰ নকান্দিবা মাতা।
কিনো দুঃখ পাইলা পদ সেবিছো সৰ্ব্বথা॥
এহিমতে উনুপঞ্চাশত বায়ুভৈল।
দিতিয়ে জানিল ইন্দ্ৰে গৰ্ভনষ্ট কৈল॥

ভগণীৰ বুদ্ধিপাই ছলে দেবৰাজ ।
ক্ষুদ্ৰৰূপে গৰ্ভে পশি [illegible] ॥
এতভাবি ক্ৰোধে দিতি অভিশাপ দি[illegible] ।
ইন্দ্ৰপ্ৰতি চাহি হেন বচন বুলিল ॥
ইন্দ্ৰ তোৰ মাতৃ তই সত্য পৰায়ণ ।
চদ্মকৰি গৰ্ভে পুত্ৰ কৰিলি নিধন ॥
এতেকতে বোলো তোৰ ৰাজ্যনাশ হৌক ।
ত্ৰিভুবনে অধিকাৰ তোৰ নষ্ট যাউক ॥
যেহিৰূপে গুপ্তে মোৰ গৰ্ভনাশ কৈল ।
পাপিষ্ঠী অদিতি মোৰপুত্ৰ মৰাইল ॥
তাৰো পুত্ৰ পুনু পুনু জনমি মৰোক ।
পোটাসালে বন্দি পুত্ৰ শোকত কান্দোক ॥
অন্যজন্ম লভি তাই মৃত বৎসা হুইব ।
মোৰ অভিশাপ বাণী কভু নখণ্ডিব ॥

—o—

## কশ্যপৰ শান্তনা ।

### পাদ ।

ব্যাস কহে শাপাশুনি মৰীচি নন্দন ।
শান্ত বাক্যে ৰমণীক কৰন্ত শান্তন ॥

পুত্ৰলাগি দিতি তুমি নকৰা বিমন ।
হুইবে তোমাৰ সুত বায়ু বলবান ॥
দেৱমধ্যে বলৱন্ত ইন্দ্ৰ সখা হৱে ।
সমস্ত ব্ৰহ্মাণ্ডে নিজবলে বিহৰিবে ॥
অষ্টবিংশ যুগভৈলে দ্বাপৰৰ শেষে ।
তবশাপে মনুষ্যে জন্মিবে নিজ অংশে ॥
বৰুণেয়ো দিল শাপ সন্তাপ লভিয়া ।
দুইশাপে মানুষী হুইবে পৰে গৈয়া ॥
এতেকে প্ৰবোধে পাছে পতি শান্ত কৈল ।
শান্ত লভি তাত পাছে কিঞ্চিত্ত বুলিল ॥
কীৰ্ত্তন কৰিলো ইটো শাপৰ কাৰণ ।
দৈবকী ৰেবতী জন্ম লভিলে যেহেন ॥
পুন্য ভাগবত পদ চতুৰ্থ স্কন্ধৰ ।
তৃতীয় অধ্যায় নাম দিতি গৰ্ভ চোৰ ॥
কৌশীকৰ বংশে জাত গোপাল ঠাকুৰ ।
বিৰচিল পদৰ সময় তত্বসাৰ ।
শ্ৰবণে কীৰ্ত্তনে খণ্ডে কলিৰ কলুষ ।
বোলা ৰাম ৰাম ডাকি আয়ু হই শেষ ॥

---

# জন্মেজয়ৰ সন্দেহ প্ৰশ্ন ॥

## পদ ॥

জন্মেজয় বদতি শুনিয়ো শুক দেৱ।
দাৰুণ সন্দেহ ইটো পৰম বিস্ময় ॥
আখ্যান শুনিয়া অতি মিলিল বিস্ময়।
পাপ ৰূপ সংসাৰে মুক্তিৰ নাহিচয় ॥
ত্ৰিলোক বিভব শালী কশ্যপ ৰমণী।
কৰিল ইহেন ঘৃণা পাপ জানি শুনি ॥
কোনেও ঈদৃশ কাৰ্য্য নকৰে ভূতলে।
গৰ্ভে প্ৰবেশিয়া ভ্ৰূণ হত্যা পাপ কৰে ॥
মাতৃ সেবা ছলে কৈল অদ্ভুত শপথ।
সত্য ধৰ্ম্ম লোপ কৰি ত্ৰিলোকে আখ্যাত ॥
এতা দৃশ কাৰ্য্য কভু কেহো নাহি কৰে।
ভ্ৰূণ হত্যা মহা পাপ গৰ্ভৰ ভিতৰে ॥
কুৰু ক্ষেত্ৰ ৰণে মোৰ পিতা মহাবীৰ।
অধৰ্ম্ম আচৰি তাঙ্ক কৰিল সংহাৰ ॥
ভীষ্ম দ্ৰোণ কৃপ কৰ্ণে আদি যত বীৰ।
ধৰ্ম্ম অংশে আৰু মহাৰাজ যুধিষ্ঠিৰ ॥

সবাকে বিৰুদ্ধ ধৰ্ম্মে কৃষ্ণ প্ৰবৰ্ত্তাইল।
অনিত্য সংসাৰ বুজাই অনৰ্থ কৰাইল॥
দেব অংশে জাত কেনে কৰে নিন্দাধৰ্ম্ম।
হৰি হৰি ধৰ্ম্ম কাম্থা প্ৰমাণে অধৰ্ম্ম॥
তাৰ কথা শুনি চিত্ত ভৈলন্ত চঞ্চল।
নিজ বাক্যে প্ৰমাণ পৰত কিবা স্থল॥
আগতে চীতল দেখো পিঠিতে কাইট।
ধৰ্ম্মৰ প্ৰমাণ তেবে থাকিলন্ত কৈত॥
পুৰুষ বিষয়ে মগ্ন সদাৰাগ দ্বেষ।
ৰাগ হিংসা মূল ঋষি কৰে অৰ্থ নাশ॥
স্বাৰ্থ সিদ্ধি লাগি হিংসা অসত্য বচন।
কৃষ্ণ কৰাইলন্ত জৰাসন্ধক নিধন॥
চদ্ম কৰি ব্ৰাহ্মণৰ বেশক আচৰি।
আপ্ত সিদ্ধি লাগি জৰাসন্ধে মেৰাই হৰি।
কেনেকুৱা শান্ত গুণ ইটো মাধবৰ॥
যজ্ঞ লাগি অৰ্জ্জুনো হইল সেহিবৰ।
কোন ৰূপ যজ্ঞ ইটো ভৈল তেবে গুৰু॥
পৰকাল অৰ্থে কিম্বা যশ কল্পতৰু।
প্ৰথমম ধৰ্ম্মৰ পাদ শুনো সত্য বাক॥
শুচি সঞ্জ দ্বিতীয় তৃতীয় দয়া ঢাক॥

দানকে চতুৰ্থ পাদ পুৰাণে কহয়।
আত বাজে আৰু কৈত ধৰ্ম্ম'প্ৰবৰ্ত্তয় ॥
ধৰ্ম্মহীন কৰ্ম্ম কৰি কিবা ফল পায়।
ধৰ্ম্মৱন্ত লোক কভু প্ৰত্যয় নাযায় ॥
ছল কৰিবাক বিষ্ণু বামণ ভৈলন্ত।
বলিক বঞ্চিত কৰি পতালে নিলন্ত ॥
ধৰ্ম্ম নিষ্ঠ দানী সত্যবাদী জিতেন্দ্ৰিয়া।
শত যজ্ঞ কৈল বেদ পন্থে প্ৰবৰ্ত্তিয়া ॥
নিজেস্থান এৰি তবু বিষ্ণুক নেৰিল।
হেনয় বলিক কৃষ্ণে ছলনা কৰিল ॥
ইহাৰ কাৰণ দেব বুজাই কহিবা।
পুৰাণৰ কৰ্ত্তা তুমি সন্দেহ খণ্ডিবা ॥

## অথ ব্যাস দেবৰ উত্তৰ।

### পদ।

ব্যাস নিগদতি শুনা প্ৰশ্নৰ উত্তৰ।
বলিক ছলনা কৰি যিটো দামোদৰ ॥
কাঢ়ি লৈল ৰাজ্য ত্ৰিবিক্ৰম তাৰনাম।
বলি ছলনৰ হেতু উৎপত্তি বামণ ॥
ছলকৰি বলিৰাজে সুতলে খেদিল।
বলিয়ো ছলিল তাঙ্ক দুৱৰি কৰিল ॥

ধৰ্ম্মৰ উপৰি ৰাজা কোনো বৰ নাই।
দেহীৰ দুঃসাধ্য ধৰ্ম্ম সত্যত বৰ্ত্তয় ॥
তিনগুণা মযা বহুৰূপী বলবতী।
তিনগুণে সিটো মায়া নিৰ্ম্মিলন্ত সৃষ্টি ॥
মায়াহেতু সত্য কৈত থাকিবে পাৰয়।
মিশ্ৰভাবে মাত্ৰ প্ৰাণী জনত বৰ্ত্তয় ॥
সঙ্গহীন স্পৃহাহীন ঋষি নাৰায়ণ।
সত্যবাদী লোভ মোহ কাম গন্ধ হীন ॥
দৃষ্টান্ত দেখাবে লাগি তাহাঙ্ক স্ৰজিল।
তাত বাজে আনসৰ্ব্ব গুণময় বোল।
বেদ কি পুৰাণ ধৰ্ম্মশাস্ত্ৰে অগণনে ॥
সগুণ বিনাই একো বাক্য নাহিবৰ্ণে ॥
সগুণে সগুণ সৃষ্টি নিৰ্গুণে নোহয়।
সত্ত্বৰজ তম গুণ মিশ্ৰ ভাবে ৰয় ॥
নিৰ্ব্বিকাৰ ধৰ্ম্মে মতি কাৰো স্থিৰ নোহে।
ভবভূমে জন্মমাত্ৰ ধৰে মায়া মোহে ॥
মনেৰে আশক্তি ইন্দ্ৰিয়েৰে কাম।
মায়াগুণে বৰ্ত্তি কৰে বিবিধ কৰম ॥
ব্ৰহ্মাদি সমস্ত প্ৰাণী স্থাবৰ জঙ্গম।
সবে মায়া বশ ৰাজা মায়াৰ খেলন ॥

সকলকে মোহে মায়া সমস্ত জগত।
অসত্যো কৰাই যিটো কাৰ্য্য কাৰণত॥
ইন্দ্ৰিয় বিষয়ে নৰে ভৈলে চিন্তাহীন।
লোভ লগাই কৰে তেবে পাপত মগণ॥
লোভ মোহ কাম ক্ৰোধ বৈৰি বলবান্।
ভাল মন্দ প্ৰাণী নজানন্ত সিকাৰণ॥
অহঙ্কাৰে মোহ জন্মে মোহতে মৰণ।
বহু লালশাত মজি হৰাই চেতন॥
ৰাগ দ্বেষ হিংসা ঘৃণা তৃষ্ণা আশালতা।
ণীচুভাব মদগৰ্ব্ব হৰিষ দুঃখিতা॥
মায়া মোহ দুইলে ইটো প্ৰাণীৰ উপজে।
কৰন্ত বিবিধ কাম মোহজালে ধৰে॥
যজ্ঞ দান তীৰ্থ ব্ৰত নিয়ম সংযম।
অহঙ্কাৰে বদ্ধ পুৰুষৰ ইটো ধৰ্ম্ম॥
অহং ভাবে কৰে কৰ্ম্ম মন শুদ্ধিনাই।
ৰাগ লোভে কৃতকৰ্ম্ম অশুদ্ধ নিশ্চয়॥
প্ৰথমতে দ্ৰব্য শুধি সবাতে প্ৰধাণ।
ন্যায় উপাৰ্জ্জিত দ্ৰব্য প্ৰশস্ত কৰ্ম্মণ॥
দ্ৰোহকৰি দ্ৰব্য উপাৰ্জ্জিয়া কৰ্ম্ম কৰে।
কালে নৃপ তাৰ বিপৰীত ফল ধৰে॥

আৰু তাত বাজে যাৰ মন শুপবিত্ৰ।
সিটোজন মাত্ৰ সম্যকতে ফল পাত্ৰ॥
মন শুদ্ধি নাহি যাৰ ফল নাহি পায়।
কৰ্ত্তা ক্ৰিয়া কাল যদি তাতে শুচিহয়॥
দেশকাল পাত্ৰআৰু মনশুদ্ধি ভৈলে।
তাতেসে কৰ্ম্মৰ ফল সম্যকতে মিলে॥
শত্ৰুনাশ কৰিনিজ উপকাৰ সাধে।
আচৰে স্কৃত যদি তাতো ফলে বাধে॥
স্বাৰ্থসিদ্ধ পুৰুষে নজানি শুভাশুভ।
দৈবাধীনে কৰে কাৰ্য্য পাপমাত্ৰ লাভ॥
প্ৰজাপতি হন্তে দেব অসুৰ জন্মিল।
সবে নিজ অৰ্থে পৰস্পৰে বৈৰী ভৈল॥
সত্ত্বগুণে দেব ৰজ গুণত মানুহ।
তমোগুণে ভুত প্ৰেত দানব পিশাচ॥
কিকৈব বিচিত্ৰ ৰাজা সবে জ্ঞাতি বৈৰী।
দেৱ সব দ্ৰোহাচাৰী তপো বিঘ্নকাৰী॥
অসন্তুষ্ট হিংসাতে বিৰোধী আচাৰ।
ইৰূপ নকৰে হিংসা লোভ নাই যাৰ॥
চতুৰ্থ অধ্যায় পদ ব্যাসৰ বৰ্ণন।
ধৰ্ম্ম অৰ্থ বাখ্যানাম পৰম গহণ॥

ভণিল গোপাল দেব গুৰুপদ ৰজে।
হৰি হৰি বোলা ডাকি সকলে সমাজে ॥

## ধৰ্ম্মৰীতি কথন।

### পদ

ব্যাস নিগদতি ৰাজা কিকৈবো বহুত।
সৰ্ব্বেদ্ৰোহ বুদ্ধি ধৰ্ম্ম আত্মা আছে কৈত ॥
সহস্ৰৰ মাঝে এক ধৰ্ম্মত্মা বিৰল।
সৰ্ব্ব চৰাচৰ পাপ মতিক্ৰুৰ খল ॥
স্থাবৰ জঙ্গম চৰাচৰ বিশ্বইটো।
ৰাগ লোভ অহঙ্কাৰে পূৰ্ণ মায়া হেতু ॥
দেবাসুৰ সম জ্ঞাতি দ্ৰোহকৰ্ম্মে ৰত।
মনুষ্য তিৰ্য্যগ মধ্যে নহয় ইমত ॥
তপসীৰ মধ্যে যিটো জন দ্ৰোহ হীন।
জ্ঞানবান শান্ত শুদ্ধ যোগ পৰায়ণ ॥
তাতো ইন্দ্ৰ আসি তাঙ্ক জপে বিঘ্ন কৰে।
বিশেষত কলিকালে দোৰ্ঘোৰ সংসাৰে ॥
সত্যযুগে সত্যধৰ্ম্ম সাক্ষাতে বৰ্ত্তয়।
যুগ অনুৰূপে ক্ৰিয়া যুগে যুগে হয় ॥

অন্য যুগে সৰ্ব্বজন সত্য ধৰ্ম্মেৰত ।
কলিকালে কদাচিতো এক ধৰ্ম্মবন্ত ॥
ধৰ্ম্মত হোৱন্ত নৃপ বাসনা জনম ।
ধৰ্ম্ম যদি গ্লানি হয় বাসনা মলিন ॥
বাসনা মলিনে হয় সত্যৰ বিনাশ ।
শুনা মই কহো তাৰ এক ইতি হাস ॥
ব্ৰহ্মাৰ মানস পুত্ৰ ধৰ্ম্মভৈল জাত ।
সত্যবাদী জিতেন্দ্ৰিয় বেদ ধৰ্ম্মে ৰত ॥
দক্ষ কন্যা দশজন ধৰ্ম্ম বিহাইল ।
বিধিমতে দশ কন্যা পৰিণয় কৈল ॥
তাসম্বাৰ মধ্যে মূৰ্ত্তি নাম ৰমণীত ।
হৰি কৃষ্ণ নৰ নাৰায়ণ ভৈলা জাত ॥
হৰি কৃষ্ণ কৰে যোগ অভ্যাস সদত ।
নৰ নাৰায়ণ দুয়ো তপস্যা কৰন্ত ॥
হিমালয়ে গৈই দুয়ো বদৰিকাশ্ৰমে ।
তপসীৰ বেশে কৰে তপ আচৰণ ॥
তাৰ পৰে ব্ৰহ্ম লভি গঙ্গাতীৰে গৈল ।
হৰি অংশী নৰ নাৰায়ণ তাতে ৰৈল ॥
সম্পূৰ্ণ সহস্ৰ বৰ্ষ তপ আচৰন্ত ।
তপ তেজে চৰাচৰ তাপিত ভৈলন্ত ॥

দেখি ইন্দ্ৰ তপ তেজ ভয়ে তৰসিল ।
তপবিঘ্ন কৰিবাক চিন্তিবে লাগিল ॥
কি উপায় কৰো ধৰ্ম্ম পুত্ৰ তপে মগ্ন ।
সিদ্ধি লাগি যোগাসন কৰিছে ধাৰণ ॥
কিৰূপে বিঘিনি কৰো তপ ভঙ্গ হোৱে ।
কাম ক্ৰোধ লোভ মোহ উপযাইবো গাৱে ॥
এত ভাবি সহস্ৰ লোচন গজে চড়ি ।
বিঘ্নি সাধিবাক গৈল গন্ধমান গিৰি ॥
কশ্যপৰ পুন্যস্থানে গৈল সচীপতি ।
দেখে তৈত সূৰ্য্য সম তপৰ দীপিতি ॥
ব্ৰহ্মা বিষ্ণু কিম্বা দুয়ো কিম্বা অগ্নি দেৱ ।
ধৰ্ম্ম পুত্ৰ মহাত্মাৰ ইৰূপ প্ৰভাৱ ॥
কি কৰিবো কি হইবে চিন্তে সচীপতি ।
বৰদান কৰো আগে কহিবো সম্প্ৰতি ॥
যদ্যপি দুৰ্ল্লভ অতি শ্ৰেষ্ঠবৰ মাগে ।
তপে তুষ্ট ভৈলো তথাপিতো দিবে লাগে ॥
ব্যাস নিগদন্তি ইন্দ্ৰ এতেক ভাবিয়া ।
মুনি অগ্ৰে স্থিতি হুই বোলন্ত হাসিয়া ॥
বৰলহ মহামতি যিবা ৰুচি লাগে ।
যদ্যপি দুৰ্ল্লভ তাকো দিব অনুৰাগে ॥

এহিৰূপে বাৰম্বাৰ যাচে সচীপতি।
নোখোজন্ত বৰ মুনি ধ্যানে স্থিৰ মতি ॥
তাত পাছে বিভিসিকা দৰ্শাইবে লাগিল।
মায়া কৰি সিংহ ব্যাঘ্ৰ সৰ্প শ্বান ভৈল ॥
অগ্নিৰূপ বাত বৃষ্টি শিলা খোলা বৰ্ষে।
নানামায়া কৰি ভয় দেখাই আসৰিস ॥
ভয় নাহি জানে ধৰ্ম্মসুত ধ্যানে মগ্ন।
ভাগ বিভাগিল ইন্দ্ৰ আপোন ভবন ॥
বৰ আশা নাহি ভয় নাহি বহ্নি বাতে।
সিংহ ব্যাঘ্ৰ বিভিসিকা একো নাহি খাটে ॥
তপ ভঙ্গ কৰে তাঙ্ক কাৰ হুইবে শক্তি।
এত ভাবি দেব ৰাজ চিন্তাতুৰ আতি ॥
মূল শক্তি মহাবিদ্যা ব্ৰহ্মাণ্ড ঈশ্বৰী।
তাহাঙ্ক তপস্যা কৰে ধ্যান নিষ্ঠ কৰি ॥
ভয়ে লোভে কোনে তাক চলিবে পাৰয়।
মোৰ মায়া জালে তাক কিমতে লাৰয় ॥
যিটো জন সমস্ত মায়াৰ আদি মূল।
কাৰ শক্তি বাটে তাঙ্ক সেবিছে নিৰ্ম্মল ॥
মায়া বশে ভুলি ইন্দ্ৰ মনে বিচাৰিল।
স্ত্ৰীমায়া লগাই তাঙ্ক চলিবে হুইল ॥

এত ভাৰি অপেশ্বৰা মাতি সুৰ পতি।
তপ ভাঙ্গিবাক লাগি দিল অনুমতি॥
ভয় নকৰিবা তুমি সৰ্ব্বজন যাহ।
নৰ নাৰায়ণ দুইকো মমতা লগাহ॥
অপেশ্বৰী কহে দেব ঋষি নাৰাযণ।
কাৰ সাধ্য ভাঙ্গে তপ তেজস্বী ব্ৰাহ্মণ॥
তথাপিতো তযু আজ্ঞা অবশ্য কৰিব।
যত শক্তি মান চেষ্টা উপায কৰিব॥
এত কহিগৈল গন্ধ মাদন পৰ্ব্বত।
যৈত নৰ নাৰাযণে তপ আচৰন্ত॥
দেখাহা কালৰ গতি দেবৰ সমাজে।
অহিংসক জনকো হিংসন্ত দেবৰাজে॥
সংসাৰী নৰৰ মধ্যে আছে কোন কথা।
মোহ এৰাই বাক শক্তি নাহিক সৰ্ব্বথা॥
মানবী জনম শীঘ্ৰ নাহি আৰু আশা।
ৰাম বোল হৰি বোল ইহাতে ভাৰশা॥
কহয় গোপাল দেব এড়া আন কাম।
মায়া নচাৰোক তবু নেৰিবাহা নাম॥
জীবন যৌবন ইটো কচুপাত পাণী।
লোৱা ৰাম নাম ডাকি সংসাৰ তৰণী॥

## নাৰায়ণৰ উক্তি এবং অপেস্বৰী আগমন

### পদ।

নাৰায়ণ কহে ভাই দেখা অপৰূপ।
পুষ্পে জক মক বৃক্ষ ফুটিছে পল্লব॥
কোকিলে কুহৰ ধ্বনি ভ্ৰমৰ গুঞ্জৰে।
অকালে বসন্ত ঋতু বিপিনে বিহৰে॥
শিশিৰ মাতঙ্গ এভো নিজ ভোগে ৰত।
তথাপি বসন্ত সিংহ ভৈলন্ত উদিত॥
ফুটিল পলাশ বক মালতী মল্লিক।
অশোক কিংশুক ফুলি ভৈল জকমক॥
বিকশিত নীল পদ্ম কডম্ব মন্দাৰ।
ফুটিল কমল থলপদ্ম উতপল॥
কুন্দ কুৰু বক বিল্বমঞ্জৰী ফুলিল।
শেৱালি নেৱালি ঘেউলি বন্ধুলি বকুল॥
মত্ত কোকিলৰ ধ্বনি কডম্ব মঞ্জৰী।
ভ্ৰমৰ হংসৰ ৰাৱ নূপুৰৰ সৰি॥
মত্তহংস গতি ধৰি বসন্ত আসিল।
জবা তীহৰলী শুঙ্গ ধৰি মুকলিল॥

বদৰিকা শ্ৰমে বাপু অকালে কি ভৈল।
লভিলো বসন্ত লক্ষ্মী বিস্ময় জন্মিল ॥
দেবনাৰী সকলৰ স্বৰগান শুনি।
তপেবিঘ্ন হইবে অনুমান কৰে মুনি ॥
ইন্দ্রে কৰিলন্ত ইটো বিঘ্নি আচৰণ।
নতুবা অকালে কেনে বসন্তা গমন ॥
বহিছে মলয়া বায়ু সুগন্ধি শীতল।
শতক্রতু বিনেইটো নোহে কাৰো ছল ॥
ইন্দ্ৰক এতেকবুলি নাৰায়ণ দেব।
আগতে দেখিলআসে আপেস্বৰী সব ॥
নৰ নাৰায়ণ দুয়ো সৰ্ব্বজনে দেখি।
বিস্ময় ভৈলন্ত বৰ কালক উপেক্ষি ॥
ঘৃতাচী, মেনকা, ৰম্ভা, কাঞ্চন, মালিনী।
তিলোত্তমা, পুষ্পগন্ধা, সু চাৰু হাসিনী ॥
মহাশ্বেতা, মনোৰমা, সুকেশী প্ৰমদা।
বিদ্যুন্মালা, পঙ্কজাক্ষী আৰু চন্দ্ৰ প্ৰভা ॥
কেহো'জনী গানে কেহোজনী পটু হাস্য।
কলকণ্ঠি কেহোজনী পটুৰ সভাষ্যে ॥
পঞ্চাশ অধিক অষ্ট সহস্ৰ কামিনী।
এতে বাৰাঙ্গনা দেখি আচৰিত মুনি ॥

দিব্যপুষ্প মালাগলে দিব্য আভৰণ।
পৃথিবী দুৰ্লভ আতি দেবাঙ্গ বসন ॥
মুনি অগ্রে নটী সবে প্রণাম কৰিল।
ঋষিক সম্বুদ্ধি তেবে বচন বুলিল ॥
উত্তম অতিথি আজি কৰা মুনিবৰ।
স্বর্গতো অধিক সুখ অতিথি সৎকাৰ ॥
অতিথি শুশ্রুসা সুখ মনে আশাকৰি।
আসিছোহো তযুস্থানে সবে অপেস্বৰী ॥

---

## অথ উৰ্ব্বশীৰ জন্ম।

### পদ

ব্যাসকহে শুনাৰাজা পাছে মুনিবৰ
স্বৰ্গ বাৰাঙ্গণা দেখি বিস্মিত অন্তৰ ॥
সঙ্কাত ভৈলন্ত পাছে বাসবৰ কাৰ্য্যে।
হেন নটী শ্রজিবাক মোৰো শক্তি আছে ॥
দেখাইবোহো দিব্যৰূপ তপৰ প্রভাৱে।
এতভাবি উৰু মোহাৰন্ত ক্রোদ্ধ ভাবে ॥
চাপৰ মাৰিল খঙ্গে নিজ উৰুস্থলে।
সৰ্ব্বাঙ্গ সুন্দৰী কন্যা জন্মিল তৎকালে ॥

নাৰায়ণ উৰুজাত ভৈলতান অংশে।
এতেকে উৰ্ব্বশী নাম জগতে প্ৰকাশে॥
দেখিসবে দেবনাৰী বিস্ময় মানিল।
কৃতাঞ্জলি হুই মুনি পদে প্ৰণামিল॥
উৰ্ব্বশীৰ পৰিচৰ্য্যা দাসীৰ সমান।
ইটোসব দেব নাৰী শুনহ ৰাজন॥
হাসন্ত গাহন্ত গীত নৃত্য নাচ কৰে।
নানা উপায়ণে পান ভোজনে বিহৰে॥

---

## অপেস্বৰীৰ মিনতি।

### ছবি॥

দেখি মহা ভ্ৰমমায়া, তপৰ বিভূতি ছায়া,
দেব নাৰী মোহিত ভৈলন্ত।
বিকশ পঙ্কজানন, পুলকে পূৰ্ণিতমন,
সিহৰিল শৰীৰ চেষ্টান্ত॥
দুইহাতে শিৰধাকি, কহে দেবাঙ্গনে ডাকি
তুমিদেব তপসী মহন্ত।
যি,তেজ দেখাইলা তুমি, কিবা স্তুতি কৰোআমি
বীৰ্য্য দেখি ভৈ লো উৎকণ্ঠিত॥

মহাতীক্ষ্ণ কামবান, বিন্ধিছে আমাৰ প্ৰাণ
কোনস্ত্ৰী নাপাই মনে ব্যথা।
জানি তোমা নৰহৰি, বিষ্ণুঅংশে অবতৰি
তুমি মাত্ৰ কামাণল হৰ্ত্তা॥
নাহি আন একোকাম, সোবালাগি তমুস্থান
আইলো দেব ইন্দ্ৰ আদেশিল।
দহে মদনৰ বাণে, ৰক্ষা কৰা নাৰীগণে,
স্মৰশৰে হুইছে বিকল॥
সঞ্চিত কৰ্ম্মৰ ফল, ভাগে তযুদেখা ভৈল,
নহি বুজো তোমাৰ চৰিত।
দীক্ষী বুলি ক্ষমা দোষ মদনে কৰিছে গ্ৰাস
মুক্ত কৰা কাম অগণিত॥
পৰম মহন্ত জন তপসী জ্ঞাণী উত্তম
যাচিতক শাপ নাহি দিয়ে।
শাপ ফল অতি তুচ্ছ নোহে তপসীৰ কাৰ্য্য
এতেকতে অন্যায় নকৰে॥



# নাৰায়ণৰ অপেস্বৰীক বৰ দান ।

## পদ ।

ব্যাস নিগদতি ৰাজা অপেস্বৰী গণে ।
এতেক বুলিল যেবে মুনিৰ সদনে ॥
শুনি মুনিবৰে পাছে প্রসন্ন ভৈলন্ত ।
ক্রোধ এৰি প্রীতি বাক্যে কহিবে লৈলন্ত ॥
কাম লোভজিত ধৰ্ম্ম সুত মহামতি ।
তপোবলে শুদ্ধ শান্ত সুন্দৰ মূৰুতি ॥
নাৰায়ণ কহে বৰ ভৈলোহো সন্তোষ ।
কালে পূর্ণ হইবেক কাম বাঞ্ছা আসৰিস ॥
উৰ্ব্বশী লইয়া তুমি সবে আজি যাহ ।
প্রীতি ভাবে দেব ৰাজে ইহাক অর্পহ ॥
সকলে দেবৰ হোক শান্তি সুমঙ্গল ।
কাৰো তপ বিঘ্ন নকৰোক আখণ্ডল ॥
এত শুনি দেব নটী বুলিবে লাগিলা ॥
তযু পাদ পদ্ম লভি কৈক যাইবে নোলা ॥
দেব শ্রেষ্ঠ নাৰায়ণ ভক্তৰ অধীন ।
বাঞ্ছা পূর্ণ কৰা দেব শ্রী মধুসুদন ॥

*৩*

প্ৰণামো পুণ্ডৰী কাক্ষ হুয়োক সন্তোষ।
পতি হুই আশাপূৰ্ণ কৰা পৰমেশ॥
প্ৰীতি মনে সেবাকৰো জগত ঈশ্বৰ।
কৰা অনুগ্ৰহ বাক্য বোলা শুনি বৰ॥
তোমাৰ সৃজিতা যিটো উৰ্ব্বশী সুন্দৰী।
আজ্ঞা কৰা আজি চলি যাউক সুৰপূৰি।
ষোড়শ হাজাৰ আৰু অধিক পঞ্চাচ।
সিসব সহিত সেবা কৰোক তথাত॥
আমি সেবাকৰো প্ৰভু তুমি দুজনক।
সত্য কহ বাঞ্চা দান কৰা আমাসাক॥
আশা ভঙ্গে নাৰী হয় মৰণ সমান।
কামাতুৰা স্ত্ৰীৰ ইটো নহে পৰিহণ।
ধৰ্ম্ম জ্ঞানী তত্বদৰ্শী মুনি মহাজন।
ভাগ্য বশে মিলে ইটো স্বৰ্গ সুখধন।
স্ত্ৰীজাতি বাঞ্চিলো কাম বাসনা পূৰিবা।
গ্ৰহণ কৰহ দেব ত্যাগ নকৰিবা॥
হেনশুনি নাৰায়ণে কহে বিমৰষি।
সম্পূৰ্ণ সহস্ৰ বৰ্ষ তপ কৈলো বসি॥
ইন্দ্ৰিয় নিয়মি ভৈলো কাম লোভ বাৰ্জ্জ।
কামে ধৰ্ম্ম নষ্ট পায় নাহি তাত কায॥

পশুৰ ৰমণ ধৰ্ম্ম জ্ঞানীৰ কিশ্ৰেষ্ঠ ।
কোন ৰূপে ইটো তপধৰ্ম্ম কৰোনষ্ট ॥
অপেসৰী কহন্ত পঞ্চশত বৰ্ষ ফল ।
আদিৰস সুখ আৰু অঙ্গ স্পৰ্শে মূল ॥
এতেকতে মহাৰাজ বচন ধৰিবা ॥
সুখে মন কৰি গন্ধমাদনে চলিবা ॥
গন্ধমাদনত কৰি সুখ স্থান নাই ।
ৰমণে দেবতা নাৰী তৈত সব পাই ॥
ষষ্ঠ অধ্যায়ৰ পদ উৰ্ব্বশী সম্ভব ।
ভনিল গোপালে ডাকি বোলা ৰাম সব ॥

---

## অথ নাৰায়ণৰ বৰ দান ।

### পদ ।

ব্যাস দেব কহে নৃপ হেন বাক্য শুনি ।
ধৰ্ম্ম সুত নাৰায়ণে লাগিল গুণনি ॥
কিকৰিব কিহইব ভাবি নেপাও তৰ ॥
হাসিবে তপসী সবে নটী খেলাবৰ ॥
অহঙ্কাৰে জাত ইটো তাত দুঃখ নায় ।
অহঙ্কাৰে মূল ধৰ্ম্ম উচ্ছেদ কৰয় ॥

সংসাৰ বৃক্ষৰ মূল ইটো অহঙ্কাৰ।
তাত ভয়ে বন মধ্যে কৈলো পয়োসাৰ॥
তাতো আসি দেব নটী দুঃখকাৰী ভৈল।
ধৰ্ম্ম ক্ষয় কৰি ময়ো এক নিৰ্ম্মাইলো॥
সিজনো কামুকী দেখো কামসে চেঞ্চাই।
নিজে জাল পাতি তাতে নিজে পৰোগই।
মকৰা বিনাই জাল তাতে ঘুৰি ফুৰে।
নিজ জালে বন্দী ভৈলো কিহইবে পৰে।
মানসে জন্মাইলো হন্তে মতি হোৱে শান্ত
শাপি স্বৰ্গ নটী সবে ভঙ্গাই খেদিলন্ত।
জীবন্মুক্ত হুই তপ কৰিছো নিৰ্জ্জনে।
ক্ৰোধত সৃজিলো এক দেব নাৰী কামে॥
এতেকতে ইয়ো মোৰ পলগ্ৰহ ভৈল।
আমতে ফৰ্ মুটী ৰৈল আমো মসৰিল॥
ব্যস দেব কহে ৰাজা নাৰায়ণ মুনি।
বিমৰ্ষ ভৈলন্ত লাগি ভাবনি গুণনি॥
দ্বিতীয় পৰম শত্ৰু ক্ৰোধ দুৰাচাৰ।
কামতো অধিক ইটো লোভতো দুৰ্ব্বাৰ॥
জীবৰ পৰম শত্ৰু নৰক অধম।
ক্ৰোধ চণ্ডালত কৰে প্ৰাণ বিঘাটন॥

অগ্নি লাগি বৃক্ষ যেন হোৱে চাৰখাৰ ।
দেহত উৎপন্ন ক্ৰোধ দেহৰ বিকাৰ ॥
এত ভাবি ভাইক ডাকি সম্বুদ্ধি বুলিল ।
কোন কাৰ্য্য কৰো আবে কহা মহাবল ॥
নৰ নিগদতি দেব কোপ এড়া মন ।
ধৈৰ্য্য ধৰি অহঙ্কাৰ কৰা বিসৰ্জ্জন ॥
পূৰ্ব্বে অহঙ্কাৰ দোষে তপ নষ্ট ভৈল ।
দানবৰ সঙ্গে মহা সগ্ৰাম ঘটিল ॥
দেবমানে সহস্ৰ বৰিষ ঘোৰ যুদ্ধ ।
প্ৰহ্লাদৰ সমে পূৰ্ব্বে মিলিল অদ্ভুত ॥
বহু দুঃখ পাইলা ভৈ ত যুদ্ধে আমি সব ।
এতেকতে শান্ত হুই এড়া ক্ৰোধ তাৰ ॥
বিশেষতে তপসীৰ শান্ত মাত্ৰমুল ।
মুনি জনে কহিছন্ত এহিসে নিৰ্ভুল ॥

---

## অথ জন্মেজয়ৰ প্ৰশ্ন ।

### পাদ ।

জন্মেজয় বদতি শুনিযো মুনিবৰ ।
প্ৰহ্লাদ মুনিৰ যুদ্ধ সংশয় ডাঙ্গৰ ॥

শান্ত মতি বিষ্ণু ভক্ত কেনে যুদ্ধ কৈল।
আদি নৰ নাৰায়ণ কিহেতু যুজিল ॥
শুদ্ধ শান্ত ধৰ্ম্ম পুত্ৰ দুজন তপসী।
দৈত্য সমে কিৰূপে ভৈলন্ত ৰাগদ্বেষী ॥
প্ৰহ্লাদো ধৰ্ম্মাত্মা জ্ঞানবান বিষ্ণু ভক্ত।
নৰ নাৰায়ণো আদি ঋষি ধৰ্ম্মৰক্ত ॥
হেনস্থলে দুইৰো যদি বৈৰতা বাঢ়িল।
তপসীৰ ধৰ্ম্ম তেবে ভ্ৰান্তিসে কেবল ॥
তপসী হইয়ো যদি ক্ৰোধ নুগুছিল।
সত্য যুগে কিবা তেবে তপ জপ ফল ॥
অহঙ্কাৰ বিনে নোহে হিংসা ক্ৰোধ ধৰ্ম্ম।
অহঙ্কাৰে অঙ্কুৰিত লোভ কাম মৰ্ম্ম ॥
কোটি বৰ্ষ উগ্ৰ তপ কৰে আচৰণ।
তিলেকতে অহঙ্কাৰে সব কৰে চূৰ্ণ ॥
অল্প কথা লাগি গুৰু লগাইলা কষ্ট।
যি কৰিলা ইটো মানে সবে ভৈল ভ্ৰষ্ট ॥
সূৰ্য্যৰ উদয়ে যেন আন্ধাৰ নাথাকে।
অহঙ্কাৰ পোখাইলো পুণ্য নাহি থাকে ॥
প্ৰহ্লাদো মহন্ত আতি হৰি সমতুল।
যি কৰিলা সদকৃত্য গৈল ৰসাতল ॥

শান্ত মুনি নৰ নৰায়ণ তপ কৰে।
তান সমে যুদ্ধে কৈত সুকৃত আছৰে॥
ইহেন লোকৰো যদি অহঙ্কাৰ ভৈল।
আমাসাৰ মত লোকে কিনো কাম্থা বৈল॥
ত্ৰিভুবণে অহঙ্কাৰ হীন কেহো নাই।
নুহি নহইল আৰু নহবে হুনাই।
লোহাৰ নিগড় বান্ধ সিয়ো মুক্তি হয়।
অহঙ্কাৰ বান্ধ দেখো মুকুতি নোহয়॥
স্থাবৰ জঙ্গম অহঙ্কাৰে বন্ধ হুই।
বিষ্ঠা মুত্ৰে কৃমি কীটে ভ্ৰমন কৰয়॥
মহন্ত সকলো কাম ক্ৰোধ নাড়াইল।
সামান্য প্ৰাণীৰ আৰু কি লেখা থাকিল॥

---

## অথ ব্যাস দেবৰ উত্তৰ॥

### পদ।

কাৰ্য্য কাৰণৰ ৰায় নাহিকে প্ৰভেদ।
সুবৰ্ণে কুণ্ডলে যেন একেই অভেদ॥
সূত্ৰে পট্ট বস্ত্ৰ যেন নিৰ্ম্মান সম্ভব।
সকলে ব্ৰহ্মাণ্ড অহঙ্কাৰতে উদ্ভব॥

তিন গুণে মায়া সৃষ্টি জগত সংসাৰ ।
ব্ৰহ্মা আদি তৃণ গুল্ম ইটো চৰাচৰ ॥
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ অহঙ্কাৰ পাশে বন্ধ ।
ভ্ৰমিবে লাগিছে ইটো জগতৰ মধ্য ॥
সি সকলো সংসাৰে ঘুৰিছে পুনঃ পুনঃ ।
বশিষ্ঠ নাৰদ আদি মহা জ্ঞানী জন ॥
দেহ ধাৰী মাত্ৰে ৰাজা ত্ৰিলোক ভিতৰে
মায়াজাল মুক্ত কোন আছে নৰবৰে ॥
কাম ক্ৰোধ লোভ মোহ হিংসা অহঙ্কাৰ ।
দেহ ধাৰী নৰে এড়িবাক শক্তি কাৰ ॥
বেদশাস্ত্ৰ শাস্ত্ৰ তৰ্ক পুৰাণ বিচাৰে ।
তীৰ্থ পৰ্য্যটন দান ধ্যান পূজা কৰে ।
বিষয়ে আশক্ত সৰ্ব্ব কন্যাকে কনায় ।
চোৰ হেন পূৰ্ব্বৰ প্ৰাক্তন নেদেখয় ॥
সত্য ত্ৰেতা দ্বাপৰতো ধৰ্ম্ম বিপ্ল যেবে ।
কলিৰ মলিন জীবে কিবা কহা তেবে ॥
লোভ মোহ দ্ৰোহ স্পৃহা জগতে বৰ্ত্তিছে ।
সংসাৰিক ধৰ্ম্ম ইটো বিচাৰ কি আছে ॥
মহন্ত বিৰল সবে অহঙ্কাৰে পূৰ্ণ ।
সম দম জীত ক্ৰোধ নাহি একো জন ॥

জন্মে জয় বোলে যিটো মোহ তিয়াগিল।
ধন্য সিটো পুন্যবন্ত জগত জিনিল॥
পিতাৰ দুৰ্নাম পাপ মোৰ মনে জাগে।
অদোষে তপসী গলে মৰা শাপ দাগে॥
মোহোৰ আগতে তান কিনো দশা ভৈল।
মোহে বুদ্ধি ভ্ৰষ্ট ভবিষ্যত নাজানিল॥
মধু কেসে দেখে লোকে পতন নেদেখে।
কৰন্ত গৰ্হিত কাম নৰক নাপেখে॥
প্ৰহ্লাদ সহিত নৰ নাৰায়ণ যুদ্ধ।
কহা বিস্তৰিয়া পূৰ্ব্বে কিহেতু ভৈলন্ত।
পাতালৰ হন্তে কেনে প্ৰহ্লাদ আসিল।
সৰস্বতী তীৰ্থে বদৰিকা শ্ৰম পাইল্॥
যৈত নৰ নাৰায়ণ তাপস উত্তম।
কৰন্ত দাৰুণ তপ সহিযে সশ্ৰম॥
বিত্ত অৰ্থে দাৰা অৰ্থে বৈৰী ভাব কিসে॥
ইটো দুই বিনে যুদ্ধ নঘটে সহজে॥
সনাতন ভক্ত দৈত্য ধৰ্ম্মত্মা প্ৰহ্লাদ।
কোন হেতু মুনি সমে ঘটিল বিবাদ॥
ইসব বিস্তৰি দেব কহিয়ো বুজাই।
কাৰণ শুনিবে বাঞ্চা কৰো মুনি ৰায়॥

সপ্তম অধ্যায় পদ মায়া বৃত্তি নাম।
সন্ত মহন্তৰো নোহে মায়াৰ বিৰাম॥
সংসাৰ তৰিয়া যেবে বৈকুণ্ঠক ইচ্ছা।
হৰি হৰি বোলা আয়ু নকৰিবা বৃথা॥

---

## সূতৰ উক্তি॥

### পদ।

সূত নিগদতি মুনি শুনা তাত পাছে।
এহি ৰূপে জন্মে জয় যেবে পুছি আছে।
সত্য বতী সুত সৰ্ব্ব কৰিল কীৰ্ত্তন।
সাব শেষে বিস্তৰি কহিলা তপোধন॥
পিতৃৰ দুষ্কৰ্ম্ম বুজি বৈৰাটি তনয়।
তাহান উদ্ধাৰ লাগি চিন্তে জন্মে জয়॥
ব্যাস মুখে তত্ত্ব বুজি পাচে শান্ত ভৈল।
লোভ মোহ কাম ক্রোধ সব তিয়াগিল॥
বিপ্ৰ অপমানে পিতা যম লোকে গত।
পূৰ্ণ নামে নৰকত ভোগন্ত সৰ্ব্বত্ৰ॥
পূৰ্ণাম নৰকে ত্ৰাণ কৰে যিটো পুত্ৰ।
শাস্ত্ৰ মতে পুত্ৰ নাম তাহাৰ শাশ্বত॥

পিতৃৰ সাধিবে গতি চিন্তি জন্মে জয়।
বিপ্ৰ শাপগ্ৰস্ত পিতা কিৰূপে তৰয় ॥
ইহা ভাবি চিন্তা সদা জল স্থল ভৈল।
স্নান দান আহাৰ বিহাৰ তিয়াগিল ॥
শাপ গ্ৰস্ত পৰীক্ষিত ভয়ত বিহ্বল।
ঘৰে ব্যাস মুনি পাই পুছিল সকল ॥
নৰ নাৰয়ণ কথা বহুল বিস্তৰি।
কহিলন্ত ব্যাস দেব ৰাজাক সাদৰি ॥

---

## অথ প্ৰহ্লাদৰ বৃত্তান্ত ॥

### পদ ॥

ব্যাস নিগদতি শুনা জন্মে জয় নৃপ।
কহো কথা প্ৰহ্লাদৰ পৰম অনুপ ॥
যেবে হত ভৈল দুই হিৰন্য কশিপু।
প্ৰহ্লাদক ৰাজ্য দিল মিলি সবে বপু ॥
প্ৰহ্লাদ ভৈলন্ত ৰথীসেনা সৰ্ব্ব প্ৰজা।
শাশ ন কৰন্ত দেব দ্বিজ মহাতেজা ॥

শ্ৰদ্ধা ভক্তি যজ্ঞাৰ্চ্চন ঈশ্বৰ পূজন।
ব্ৰাহ্মণে কৰন্ত তপ তীৰ্থ পৰ্য্যটন॥
বৈশ্যে কৰে বানিজ্য ব্যবসা নিজ বৃত্তি।
শূদ্ৰে কৰে শুশ্ৰুষা ইতৰ তিন জাতি॥
পাতালত নিয়া পাছে নৃসিংহে স্থাপিল।
ৰাজ্য কৰি তাতো প্ৰজা পালন কৰিল॥
দৈবে কোন দিনে ভৃগু পুত্ৰ তপোধন।
নৰ্ম্মদাত স্নান হেতু গৈলন্ত চ্যবন॥
দেখে মহা নদী ৰেবা উত্তৰ বাহিণী।
জলে নামিলন্ত স্নান হেতু মহা মুনি।
জলে কাল কুট সৰ্পে মেঢ়াই ধৰিল।
ঠোটে কৰি তেতিক্ষণে পাতালে পশিল॥
মনত স্মৰন্ত মুনি দেব জগন্নাথ।
হৰিৰ স্মৰণে ভৈল নিৰ্ব্বিষ দেহত॥
ৰসাতলে নিল ঋষি দুঃখ নাপাইল।
তৈত নিয়া লাগে পাছে মুনিক এৰিল॥
নালাগিল বিষ গাৱে কোনো শঙ্কা নাই॥
সেহি বেলা কহে নাগে মুনিক বিনাই॥
শাপ নাই দিবা দেব তুমি মহামতি।
নকৰিবা ক্ৰোধ কৰো চৰণে প্ৰণতি॥

নাগ কন্যা গণো আসি মুনিক পূজিল।
তৈৰ পৰা নিয়া দানবৰ পূৰে থৈল ॥
এক দিনা ভৃগুসুতে নগৰ ভ্ৰমন্তে।
প্ৰহ্লাদৰ সঙ্গে দেখা ভৈলন্ত তহিতে ॥
ভকত বৎসল দৈত্যপতি মহাৰাজা।
মুনি দেখি ভক্তি ভাবে কৰিলন্ত পূজা ॥
কিহেতু পাতালে দেব কৈলা আগমণ।
ইন্দ্ৰ কিম্বা দূত কৰি পাঞ্চিল ব্ৰাহ্মণ ॥
দানবৰ দ্ৰোহী ইন্দ্ৰ সদা হিংসাকৰে।
মোৰ ৰাজ্য পৰীক্ষিবে পাঞ্চিল তোমাৰে ॥
সত্য কহ দ্বিজবৰ কাৰণ তোমাৰ।
এত বুলি প্ৰহ্লাদে পুচিলা কৰি দৃঢ় ॥

---

## চ্যবনৰ উত্তৰ ॥

চ্যবন বদতি নৃপ কিকৈবো তোমাত।
নোহো মই ইন্দ্ৰদূত মানিয়ো সঞ্জাত ॥
আমি ভৃগু পুত্ৰ ৰাজা স্বধৰ্ম্মে বিহৰো।
কোন হেতু দেবতাৰ দৌত্য কাৰ্য্য কৰো ॥

ইন্দ্ৰ পাঞ্চিআছে বুলি আশঙ্কা নকৰ।
দৌত্য কাৰ্য্যে তযু ৰাজ্যে নাহো নৃপবৰ।
তীৰ্থ স্নান হেতু আমি নৰ্ম্মদাত গৈলো।
জলে নামি তৈত মহা বিপদে পৰিলো॥
ভয়ানক কাল সৰ্পে মেচ্চাই ধৰিল।
পাছে ঠোটে কৰি মোক পাতালে আনিল।
বিষ ভয়ে ভগবানে কৰিলো স্মৰণ।
নিৰ্ব্বিষ ভৈলন্ত অহি বিষ ততক্ষণ॥
সৰ্পগ্ৰাহে মুক্ত ভৈলো ঈশ্বৰ স্মৰণে।
আসিলো তোমাৰ ৰাজ্যে দৰ্শন কাৰণে॥
তুমি মহা বিষ্ণু ভক্ত দৰশন লাগি।
আসি ভৈলো তযু সঙ্গ মনে অনুৰাগি॥

---

## প্ৰহ্লাদৰ প্ৰশ্ন॥

ব্যাস দেব কহে নৃপ মুনি বাক্য শুনি।
হিৰণ্যকসিপু সুতে মাতিলন্ত গুণি॥
পৃথিবীত কোন কোন তীৰ্থ পুন্যবান।
পাতাল স্বৰ্গত আৰু আছে কোন স্থান॥

তীৰ্থৰ বৃত্তান্ত মুনি কহিয়ো বিস্তৰি।
শুনিবাক বাঞ্চা কৰো আমি কৰ্ণভৰি॥
চ্যবন বদতি ৰাজা মন যাৰ শুদ্ধ।
জানিবাহা সিজনৰ তীৰ্থ পদে পদ॥
মনৰ মলিল ভৈলে গঙ্গা পোক হ্রদ।
মন শুদ্ধি কৰি হুইবে পাপত বিৰত॥
পাপ বিব ৰ্জ্জিত মল যেবে শুদ্ধ হইবে।
তেবে সৰ্ব্ব তীৰ্থে ৰায় পুন্য ফল পাইবে॥
গঙ্গা তীৰে সৰ্ব্বজাতি কৰন্ত বসতি।
হেন ম্লেচ্ছ যবনৰ হয় গ্রাস বান্ধি॥
চণ্ডাল কৈবৰ্ত্ত হেন বঙ্গম্লেচ্ছ দৈত্য।
ব্রহ্ম ময় গঙ্গোদক সকলে পিবন্ত॥
তিনি সন্ধ্যা স্নান কৰে আপোনাৰ মনে।
নাহি কয় মনশুদ্ধি তৈতো কোন জনে॥
বিষয়ে আশক্ত সি সবাৰ কিবাফল।
নিষ্কলুষ মন হয় তীৰ্থ ফলা ফল॥ *
মন শুদ্ধি কৰি সদা শুদ্ধ ভাবে ৰহে।
তেবেসে তীৰ্থৰ ফল প্ৰাপ্ত হয় দেহে॥

---

* কলুষ বিহীন মন।

তীৰ্থে বাস কৰি কৰে লোক প্ৰবঞ্চনা।
সিতো জন তীৰ্থ বাসী মহা পাপী গণ।
তীৰ্থে আচৰিলে পাপ অনন্ত হোৱয়।
দুষ্ট ভাবে কোটি স্নানে ফল নিমিলয় ॥
গৰুখিচ যেহেন পকিলে স্বাদ নহে।
মনে পাপ তীৰ্থ স্নানে ৰস নাহি বহে ॥
ৰাগ হিংসা লোভ মোহ দম্ভ অহঙ্কাৰ।
পৰস্ত্ৰী কাতৰ তীৰ্থ ফল কিবা তাৰ ॥
দুঃখকে কৰিল মাত্ৰ ফল নধৰিল
আচোক ধৰিবে ফল পাপ বৃদ্ধি হৈইল ॥
প্ৰথমতে মন শুদ্ধিকে কৰিবে যুৱায়।
মন শুদ্ধি ভৈলে দ্ৰব্য শুদ্ধি যে হোৱয়।
তাত পাছে যিজন আচাৰে শুদ্ধি আছে।
সেহিসে প্ৰশস্ত তীৰ্থ জ্ঞানীৰ সমাজে ॥
তীৰ্থ গামী স্পৰ্স নকৰিব হীন জলে।
নতুবা সমস্ত ব্যৰ্থ হোৱে ততক্ষণে ॥
ভূত দায়া মহা ধৰ্ম্ম অবশ্য কৰ্ত্তব্য।
ভূত দায়া ধৰ্ম্ম মহা তীৰ্থ সমঞ্জপ্য ॥
প্ৰথমে নৈমেষ চক্ৰ দ্বিতীয়ে পুষ্কৰ।
আনো কত পূন্য তীৰ্থ সংখ্যা নাই তাৰ।

বহু পুন্য তীৰ্থ আছে ধৰণী মণ্ডলে।
অবিনাশী ফল মিলে মন শুদ্ধ ভৈলে॥

---

## অথ প্ৰহ্লাদৰ তীৰ্থ যাত্ৰা।

### পদ।

ব্যাস নিগদতি চ্যবনৰ বাক্য শুনি।
নৈমিষ যাত্ৰাক লাগি পাচে নৃপমনি॥
হৰ্ষ মনে আন আন দৈত্যে আজ্ঞা দিল।
নৈমিষে যাইবাক লাগি উদ্যোগ কৰিল॥
প্ৰহ্লাদে কহন্ত ঋষি উঠা শীঘ্ৰ কৰি।
নৈমিষ তীৰ্থক চলি যাও আজি ধৰি॥
দেখিব পুণ্ডৰীকাক্ষ পীত বাস হৰি।
মোৰ সমে চলা দেব তুমি শীঘ্ৰ কৰি॥
এত কহি সবে বিষ্ণু ভক্ত দৈত্য গানে॥
পাতালৰ পৰা বাজ ভৈল ততক্ষণে॥
ঋষি সঙ্গে সমস্ত দানব চলি গৈল।
আনন্দে নৈমিষাৰণ্যে স্নান দান কৈল॥
দৈত্য সমে দৈত্যপতি বিহৰে তথাত।
মহা তীৰ্থ সৰস্বতী ভৈলন্ত সাক্ষাত॥

বিমল উদক সৰস্বতী সুনিৰ্ম্মল।
সুপ্ৰসন্ন মনে স্নান কৰিল সকল ॥
বিধিৱতে স্নান দান কৰিল ৰাজন।
পৰম পবিত্ৰ তীৰ্থ পতিত পাবন ॥
অষ্টম অধ্যায় পদ দেবী ভাগবত।
প্ৰহ্লাদৰ তীৰ্থ যাত্ৰা নাম পুন্যপ্ৰদ ॥
ভণিল গোপালদেব শ্ৰীগোবিন্দ পদে।
বোলা ৰাম ৰাম ডাকি সবে নিশবদে ॥

---

## অথ নৰৰ সহিত যুদ্ধা ৰম্ভ ॥

### পাদ।

দ্বৈপায়ণ কহে ৰাজা শুনা তাত পাচে।
হেন মতে দৈত্যে যেবে বিহৰন্তে আছে ॥
ক্ৰীডন্ত ভ্ৰমন্ত বিহৰন্ত দৈত্য সব।
ভৈল ধ্যান ভঙ্গ নৰ নাৰায়ণ দেব ॥
আগতে প্ৰহ্লাদে দেখে বিভিসিকা ছায়া।
নানাবৰ্ণে বাণ পৰে যেন দেব মায়া ॥
কঙ্ক গৃধ্ৰ পাখা ছোৱা শুভ্ৰ তীক্ষ্ণ অস্ত্ৰ।
পৰম উজ্জ্বল অতিশয় তেজো ময়ন্ত ॥

কৈৰ পৰা ইটো সব অস্ত্ৰ পৰিছয়।
মনে মনে দৈত্যেশ্বৰ ভাবনা কৰয় ॥
পৰম পবিত্ৰ তীৰ্থে ঋষিৰ আশ্ৰমে।
কৈৰ ইটো অস্ত্ৰ সব পৰে অনুক্ৰমে ॥
এতেক ভাবিতে ৰাজা আগতে দেখিল।
মলীনা লাঙ্গুতী পিন্ধা দীৰ্ঘ জটা জাল ॥
হাতে ধনু পৃষ্ঠে তুন গোধিকা সহিত।
ধৰ্ম্মসুত নৰ ঋষি আসন্ত তথাত ॥
ধ্যানেমগ্ন ছিল তৈত নৰ নাৰায়ণ।
সাৰঙ্গ ধৰিয়া নৰে আসিল্ তখন ॥
দেখিলন্ত ধৰ্ম্ম সুতে দৈত্যৰ নায়ক।
ক্ৰোধে ৰক্ত বৰ্ণ আখি বুলি লন্ত বাক ॥
তুমি ধৰ্ম্মবন্ত কেনে দম্ভ ভাবধৰ।
হিংসা ধৰ্ম্ম অনুচিত মহন্ত জনৰ ॥
কৈতো নাহি দেখি শুনি সংসাৰ ভিতৰে।
তপসীৰ আচৰণ ধনুৰ্ব্বান ধৰে ॥
সত্যত নিসিদ্ধ যিটো কলিত কিৰূপ।
তপসী বামনে ধনু ধৰে অপৰূপ ॥
ব্ৰাহ্মণৰ ধৰ্ম্ম তপ জপ যোগ ধ্যান।
তাক এৰি কৰে কিয় ধনুক ধাৰণ ॥

কিকাৰণে জটাভাৰ কেনে শুদ্ধ ভাব।
বিড়ম্বনা ধৰ্ম্ম মাত্ৰ কৰ তুমি সব ॥

## নৰৰ উত্তৰ ॥

### পদ।

ব্যাস কহে শুনা নৃপ পাচে যেনে ভৈল।
প্ৰহ্লাদৰ বাক্য শুনি নৰে উত্তৰিল ॥
মোৰা ভণ্ডতপী ৰাজা তোমাৰ কি চিন্তা।
যাৰ যত শক্তি সাধ্য অবশ্য বিহিতা ॥
আমি দুই কাৰ্য্যে পথ অবশ্য মানিছো।
পৰগ্লানি পৰহিংসা ধৰ্ম্মে প্ৰবৰ্ত্তিছো ॥
তপস্বী সমৰ্থ যুদ্ধে তুমি কিকৰিবা।
নায্য পথে চল বিকত্থনা নকৰিবা ॥
দুৰ্ব্বাৰ ব্ৰাহ্মণ তেজ বেদৰিমোহিত।
বিপ্ৰ চৰ্চ্চা কৰা নোহে তোমাৰ যুগুত ॥
আপোন মঙ্গল যিটো বাঞ্চে দৈত্য ৰাজ।
নকৰে ব্ৰাহ্মণ চৰ্চ্চা অবিহিত কায় ॥

## প্ৰহ্লাদৰ উত্তৰ।

হেন শুনি প্ৰহ্লাদে কহিলা পুনৰ্ব্বাৰ।
তপসী ভৈলন্ত যদি মন্দ দুৰাচাৰ॥
অহঙ্কাৰে বিমোহিত এৰয় ধৰ্ম্মক।
আছো দৈত্যেশ্বৰ ধৰ্ম্ম সেতু প্ৰবৰ্ত্তক॥
নকৰিস তীৰ্থ যাত্ৰা ধৰ্ম্ম নাহিকৰ।
মোৰ সমে যুদ্ধে কিবা শক্তি হইবে তোৰ।

## নৰৰ উত্তৰ।

ব্যাস নিগদতি নৰে দৈত্য বাক্য শুনি।
সমুচিত উত্তৰ দিলন্ত মনে গুণি॥
যদি মোৰ সমে তোৰ হেন মতি ভৈল।
ধৰ ধনু কৰ যুদ্ধ দেখা যাবে বল॥
যুদ্ধে শিক্ষা দিবো তোক লটক অসুৰ।
ভবিষ্যতে যুদ্ধ যেনে নকৰিস আৰ॥

## প্ৰহ্লাদৰ উত্তৰ।

মুনি বাক্য শুনি তেবে দানব প্ৰহ্লাদ।
মহাকোপে কাপে তনু বহি গৈল শ্বেদ॥
প্ৰতিজ্ঞা কৰিল যুদ্ধ অবশ্য কৰিব।
যি কোন উপায়ে হৌক ঋষিক জিনিব॥
নৰ নাৰায়ণ ঋষি সবাতে প্ৰধান।
তাহাঙ্ক জিনিলে কীৰ্ত্তি বাটিবেক মান॥
এতেক বুলিয়া দৈত্য ধনুক ধৰিল।
কৰ্ণ মানে টানি গুন টঙ্কাৰ কৰিল॥
নৰেও ধনুক টানি বাণ সন্ধানিল।
তীক্ষ্ণ শিলিমুখ শত শহস্ৰ হানিল॥

---

## অথ যুদ্ধাৰম্ভ॥

## ছবি।

ধৰিয়া সাৰঙ্গ ধনু, ক্ৰোধে নৰে কৰি মন্যু,
তীক্ষ্ণ শিলি মুখ ঝাক দিল।
হেন দেখি দৈত্য ৰাজ, প্ৰহাৰি অসংখ্য অস্ত্ৰ
আকাশতে সকল ছেদিল॥

দেখি সব নৰে ব্যৰ্থ, ক্ৰোধে কাপে অধৰোষ্ঠ
পৰ্ব্বতাস্ত্ৰ কৰিল প্ৰহাৰ।
তাকো দৈত্য অধিপতি, শৰ হানি শীঘ্ৰগতি
খণ্ড খণ্ড কৰিল দোহাৰ॥
শৰকাটি দৈত্য নাথ, পুনুহাথে অসংখ্যাত
নৰ অঙ্গে প্ৰহাৰ কৰিল।
পাছে পঞ্চ তীক্ষ্ণ বাণ, নৰে প্ৰহাৰিল টান
প্ৰহ্লাদৰ বাহুত ভেদিল॥
ভেদিলন্ত বৰটানে, ৰুধিৰ বহয় থনে
অঙ্গ বস্ত্ৰ ৰকতে ভিজিল।
ইন্দ্ৰ আদি দেবগণ, দেখি ভৈল ৰঙ্গ মন
আকাশত বিমানে থাকিল॥
যুদ্ধে নৰ বীৰ্য্য-দেখি, দেবগণ ভৈল সুখী
দৈত্যেশ্বৰো লভিল সন্তোষ।
কাঢ়ি পাছে মুনি বাণ, প্ৰহ্লাদে কৈল সন্ধান
মেঘে যেন কৰন্ত বৰিষ॥
অসংখ্যাত শিলি মুখ, ভল্ল ত্ৰি কণ্টিকা অস্ত্ৰ
গিৰি শৃঙ্গে যেন বৃষ্টি ধাৰ।
দশদিগ অন্ধকাৰ, ৰুদ্ধ ভৈল বায়ুদ্বাৰ
অস্ত্ৰে আবৰিল মুনি বৰ॥

হেন দেখি ধৰ্ম্ম সুত, হানে শৰ অদভুত
তীক্ষ্ণ অস্ত্ৰ অসংখ্য অৰ্ব্বুদ।
দৈত্যেন্দ্ৰৰ অস্ত্ৰমান, কাটি সব কৈল চন্ন
পুন ৰপি হানিল প্ৰহ্লাদ ॥
অসংখ্য অৰ্ব্বুদ কোটি, প্ৰহাৰিল দৈত্যপতি
নাহি ছেদ ভেদ নিৰন্তৰ।
প্ৰহ্লাদৰ অস্ত্ৰ ঘাৱে, জৰ্জ্জৰিত সৰ্ব্ব গাৱে
পাছে নৰে এৰিলন্ত থৰ ॥
হেন দেখি নাৰায়ণ, ক্ৰোধে কাল অগ্নি যেন
হাতে তুলি লইলা সাৰঙ্গ।
কৰ্ণ মানে ধনু টানি, প্ৰহাৰে গগণ ছানি
সুবৰ্ণ পুংখিয়া অস্ত্ৰগণ ॥
অগ্নি হেন কৰে৷ জ্যোতি, বিদ্যুতি কাছট ছুটি
ব্যোম পথ ভৈলন্ত আচ্ছন্ন।
দেবতা গন্ধৰ্ব্ব যক্ষ, চাহে নাৰায়ণ যশ
কৰে সবে পুষ্প বৰিষণ ॥
কোপে দৈত্য পতি, অস্ত্ৰ হানি শীঘ্ৰ গতি
লক্ষ লক্ষ অৰ্ব্বুদ নিৰ্ব্বুদ।
নাহি দিগ দিগন্তৰ, শৰে ভৈল অন্ধ কাৰ
নাৰাযণ আচ্ছন্ন ভৈলন্ত ॥

দেখি দেৱ জগৎতনু,　　　　টঙ্কাৰি সাৰঙ্গ ধনু,
　　দিব্য অস্ত্ৰ কৰিল সন্ধান ।
প্ৰহ্লাদৰ অস্ত্ৰমান,　　　　নিমিষে কৰিল চম,
　　দশোদিগ ভৈল সুপ্ৰ সম ।।

## অথ মহা যুদ্ধ আৰম্ভ ॥

### পদ ।

তীখাল বিষাল অস্ত্ৰ সনাইত সুচিত ।
অন্ধকাৰ কৰি নাৰায়ণে প্ৰহাৰন্ত ।।
বিষম অস্ত্ৰৰ জাল যেন কাল ব্যাল ।
শৰে শৰে দৈত্য পতি ভৈলন্ত বিকল ॥
বিচেষ্ট বিহ্বল দেহ ঘৰ্ম্ম নিজৰিল ।
তথাপিতো ৰৈল যেন পৰ্ব্বত অচল ॥
কতোক্ষণে স্থিৰ লভি ধনুক টানিল ।
অন্ধকাৰ কৰি অস্ত্ৰ বৰষিবে লৈল ॥
কাটন ফুটন শিলি মুখ ঝাকে ঝাক ।
ধৰ্ম্মসুতে নিজ অস্ত্ৰে কাটিল সবাক ॥
পুনৰপি দৈত্য পতি কৰিল প্ৰহাৰ ।
নিমিষতে নাৰায়ণে কৰিল সংহাৰ ॥

পুন ৰপি প্ৰহ্লাদে বৰিষে অসংখ্যাত ॥
দিয়ো শৰ নাৰায়ণে কাটিল সমস্ত ॥
আকাশে অমৰ সবে যুদ্ধ ৰঙ্গ দেখে।
জয়ধ্বনি কৰে দেব দানব সমস্তে ॥
লক্ষ লক্ষ কোটি কোটি অৰ্ব্বু নিৰ্ব্বুদ।
প্ৰহাৰন্ত দুয়ো অস্ত্ৰ নাহি ছেদ ভেদ ॥
সনগনি ঠণঠণি শব্দ জনজনি।
অস্ত্ৰমুখে বিষজাল নিকলে অগনি ॥
নিৰন্তৰ অস্ত্ৰাঘাত নাহিক বিৰাম।
দশো দিশ অন্ধ কাৰ ধাকিল গগণ ॥
জল স্থল সৰ্ব্ব স্থান অস্ত্ৰে বিয়াপিল।
ধনুৰ্ঘোষ অস্ত্ৰ শব্দে গগণ কাপিল ॥
দুই শৰে কটা কটি কৰে ব্যোম পথে ॥
কতো জলে পৰে কতো পৰে ভূমি পৃষ্ঠে ॥
ভৈল মহা অন্ধকাৰ দিবসে ৰজনি।
ৰূদ্ধ ভৈল বায়ু বাট অমা বাশ্যা দিনি ॥
কাকো কেহো নাকলয় ঘোৰ অন্ধকাৰ
অস্ত্ৰ অগ্নি শিখা মাত্ৰ কৰন্ত পোহৰ ॥
অস্ত্ৰে অস্ত্ৰে কটা কাটি গগণ মাৰ্গত।
মহা ঝঞ্ঝাবাত সুনিৰ্ঘাত বজ্ৰা ঘাত ॥

দেব দৈত্য পৰস্পৰে কৰে কোঝা কুই ।
হেন যুদ্ধ কোন কালে কভু নাহি হুই ॥
অদৃশ্য অপূর্ব্ব যুদ্ধ অতি সুদাৰুণ ।
যুদ্ধ চাই বিস্ময় ভৈলন্ত সৰ্ব্বজন ॥
দেব ঋষি গন্ধৰ্ব্ব কিন্নৰ যক্ষ নাগ ।
বিদ্যাধৰ চাৰণ বিস্ময় সৰ্ব্ব লোক ॥
পৰ্ব্বত নাৰদ মুনি যুদ্ধ দেখি ছিল ।
পৰ্ব্বতক ডাকি পাচে নাৰদে কহিল ॥
কোনো কালে এই ৰূপ যুদ্ধ নেদেখিলো ।
মহা মহা যুদ্ধ পূৰ্ব্বে অনেক দেখিলো ॥
তাৰক অসুৰ যুদ্ধ আৰু বৃত্ৰাসুৰ ।
মধুকৈটভৰ যুদ্ধ সহ গদাধৰ ॥
সিসবো নোহন্ত ইটো যুদ্ধৰ তুলন ।
নাৰায়ণে প্ৰহ্লাদে ভৈলন্ত যেন থান ॥
সিদ্ধ সমে যুদ্ধ ইটো নাই পটন্তৰ ।
অতি বিপৰিত ঘোৰ যুদ্ধ ভয়ঙ্কৰ ॥
দ্বৈপায়ণ কহে নৃপ যুদ্ধ গুৰুত্তৰ ।
নাহিকে বিচ্ছেদ দিবা ৰাত্ৰিৰ ভিতৰ ॥
নাহি দিবা নিশা জ্ঞান যুদ্ধ অবিৰাম ।
নিৰন্তৰ অস্ত্ৰাঘাতে কাপে ত্ৰিভুবন ॥

ধনুৰ্ব্বাণ সিংহ নাদ অস্ত্ৰৰ তৰ্জ্জন ॥
মহা প্ৰলয়ৰ যেন বলাহ গৰ্জ্জন ॥
এহি ৰূপে কতো কাল যুদ্ধ ভয়ঙ্কৰ।
প্ৰহ্লাদৰ চিত্ৰক লভিলা মুনিবৰ ॥
তীক্ষ্ণ অস্ত্ৰ মাৰি তাৰ ধনুক ছেদিল।
একবাণে ধনু কাটি দুখণ্ড কৰিল ॥
কটা ধনু ফেলি বীৰ আন ধনু লৈল।
ক্ষুৰপতি বাণে সিয়ো ধনুক ছেদিল ॥
পুন ৰপি আন ধনু লৈল দৈত্য পতি।
শিলিমুখ বাণে কাটি লন্ত শীঘ্ৰ গতি ॥
পুন ৰপি আন ধনু লইল প্ৰহ্লাদ।
নভুগুণ লগান্তে তাহাকো কৈল ছেদ ॥
এহি ৰূপে প্ৰহ্লাদে যতেক ধনুলয়।
তিলা তিল কৰি কাটে ধৰ্ম্মৰ তনয় ॥
বক্ষ পাটা কাটি তনু ভৈল ছাকা ছাকা
বোম্বালে ৰুধিৰ বহি যাই দেহ ধাকা ॥
অসংখ্যাত ধনু লৈল সমস্ত ছেদিল।
কবচ কাটিল তনু উদাস হুইল।
বিষ্ণু ভক্তবুলি অহঙ্কাৰ ছিল মনে।
তপসীক গৰিহণা কৰিছে যেখনে ॥

এতে কতে নাৰায়ণে গৰ্ব্ব চূড় কৈল।
নিৰুপায় দৈত্য ক্ৰোধে কাপিবে লাগিল ॥
চেলেকে কোৰাৰী যনে চক্ষুওৰ ফুল।
বেগ কৰি লম্ফ দিয়া ৰথৰ নামিল ॥
দুৰ্ব্বাৰ পৰিঘ গোট হাতে লৈল তুলি।
মাৰিবাক খেদি যাই দুই বাহু তুলি।
দেখাহা দৈবৰ বল মহন্তৰ কাৰ্য্য ;
ব্ৰাহ্মণ বধিবে খেদি যান্ত দৈত্য ৰাজ ॥
নাৰায়ণে অন্যায় নকৰে কদাচিত।
নতুবা প্ৰহ্লাদ এত কাল থাকে কৈত ॥
নহে সাধাৰণ দ্বিজ স্বয়ং ভগবান।
সৃজন পালন শক্তি আছে সংহাৰণ ॥
জাত গুণে কঠিয়া, কঠিয়া গুণে কৃষি”
প্ৰহ্লাদ দৈত্যৰ অংশ স্বভাব নুদোষি ॥
পৰিঘউ চাই বীৰে বুলিলা বচন।
কোবাই বাহু ভাঙ্গো তোৰ চেতন বামন ॥
দেখি নাৰায়ণে শিলি মুখ প্ৰহাৰিল।
নব পাট শিলি মুখে পৰিঘ ছেদিল ॥
দশ পাট অৰ্দ্ধ চন্দ্ৰ হৃদয়ে তাড়িল।
বিকল নভৈল দৈত্য বেগ'থিৰ ভৈল ॥

পৰ্ব্বত সমান গদা গোট লৈল তুলি।
বজ্ৰ লোহা লগাই নিৰ্ম্মি আছন্ত সমুলি ॥
দেখ নেদেখ বেগে খেদি লাগ পাইল।
আঠুৰ উপৰে ঘোৰ কোব এক দিল ॥
সিটো গদা যাতে চুৰ হোৱন্ত পৰ্ব্বত।
নটলিল নাৰায়ণ ঠিয়য়ে ৰৈলন্ত ॥
তাত পাছে মহাবলী দেব নাৰায়ণ।
তিনি পাট শিলি মুখ কৰিল সন্ধান ॥
হাততে কাটিল গদা তিল তিল কৰি।
আকাশত অমৰ বিস্ময়ে গৈল ডৰি ॥
হেন দেখি দৈত্য ৰাজ বিমৰষি চাইল।
দুৰ্ব্বাৰ শকতি গোট হাতে তুলি লৈল ॥
গাৱে বল মানে বেগে কৰিল প্ৰহাৰ।
আকাশে জ্বলন্ত শক্তি মধ্যাহ্ন ভাস্কৰ ॥
দেখি মুনি ক্ষুৰ পতি প্ৰহাৰ কৰিল।
একে বাণে সাত খণ্ড কৰিয়া ছেদিল ॥
লীলাযে দৈত্যৰ শক্তি ছেদিলন্ত মুনি।
আকাশে অমৰ সবে কৰে জয ধ্বনি ॥
এহি ৰূপে দেব মানে সহস্ৰ বৎসৰ।
দৈত্যে নাৰাযণে যুদ্ধ নাহি পটন্তৰ ॥

দেব দৈত্য মানে নৃপ পৰম বিস্ময়।
নাহি নিদ্ৰা ক্ষুধা তৃষা যুদ্ধ নথাময় ॥
নাৰায়ণ অস্ত্ৰাঘাতে প্ৰহ্লাদ কাতৰ।
বিকল ভৈলন্ত ছিন্ন ভিন্ন দৈত্যেশ্বৰ ॥
ভকতৰ বশ্য হৰি বৈকুণ্ঠে জানিল।
প্ৰহ্লাদৰ আশ্ৰমত আসি দেখা দিল ॥
চতুৰ্ভুজ পীতবাস শ্যামল মূৰুতি।
আগতে দেখিল তাঙ্ক দানবৰ পতি ॥
শ্ৰীহৰিক দেখি দৈত্য প্ৰণাম কৰিল।
কৃতাঞ্জলি হুই পাছে বুলিবে লাগিল ॥
দেব দেব জগন্নাথ ভকত বৎসল।
মাধব মুকুন্দ নাৰায়ণ ভক্ত বল ॥
সহস্ৰ বৰিষ পূৰ্ণ সংগ্ৰাম কৰিলো।
তথাপিতো ফকিৰ জিনিবে নপাৰিলো।
বীৰ হুই তপসীক জিনিবে নপাৰো।
পৰম বিস্ময ইটো জগতৰ গুৰু ॥

## বিষ্ণুৰ উত্তৰ।

বিষ্ণু দেব কহে ৰাজা বিস্ময় কি আত।
মোৰ অংশে নৰ নাৰাযণ হুই জাত ॥

তাহাঙ্ক জিনিবে নপাৰিবা দৈত্য পতি।
বিতল পূৰত চলি যাহ শীঘ্ৰগতি ॥
বিৰোধ নকৰ আৰু তপস্বী সহিতি।
মোহোৰ চৰণে ৰাখ অচলা ভকতি ॥
ব্যাস নিগদতি পাছে বিষ্ণু আজ্ঞা পাই।
সগোষ্ঠে প্ৰহ্লাদ সুতলে চলি যায় ॥
নৰনাৰায়ণ দুয়ো তপেমগ্ন ভৈল।
নবম অধ্যায় ইটো সমাপতি হৈল ॥
ভণিল গোপাল দেব পুন্য ভাগবত।
সৰ্ব্বদায়ে ৰামনাম নেৰিবা মুখত ॥

———

## জন্মেজয়ৰ প্ৰশ্ন।

### পদ

জন্মেজয় বদতি সংশয় মুনিবৰ।
অসমঞ্জ কথাইটো সন্দেহ ডাঙ্গৰ ॥
নৰনাৰায়ণ ঋষি বিষ্ণুঅংশে জাত।
সত্ত্বগুণী তীৰ্থাশ্ৰমী তপস্যা নিয়ত ॥
ধৰ্ম্মপুত্ৰ মাহাত্মা তাপসী নিৰ্ব্বিকাৰী।
কোনহেতু ক্ৰোধে, যুদ্ধ কৈল তপএৰি ॥

দেবমানে সহস্ৰ বৰিষ যুদ্ধ কৈল ।
যুদ্ধলাগি শান্তিসুখ সমস্ত ত্যাগিল ॥
কোনহেতু দৈত্যপাতি সমতান ভৈল ।
বিষ্ণুভক্ত প্ৰহ্লাদ কি হেতু নপাৰিল ॥
যুদ্ধৰ কাৰণ দেব কহা বিস্তাৰিয়া ।
কাৰণ উদ্ভব হয় কাৰ্য্যক লাগিয়া ॥
কামিনী নিমিত্তে কাৰ্য্য স্বৰ্ণ আভৰণ ।
কামিনী সুহিলে মোহে তাহাৰ কাৰণ ॥
কোনহেতু যুদ্ধ কাম ভৈলন্ত তাহাৰ ।
কোনৰূপ তপস্যা কৰিছে মুনিবৰ ॥
মোক্ষ কিম্বা পৰকাল সুখভোগ লাগি ।
অথবা কৰন্ত তপ সৰ্ব্বফল ভাগি ॥
শুদ্ধশান্ত মুনি কিনো মহাফল পাইল ।
তপসী মহন্ত যুদ্ধে দেহ ক্লেশ দিল ॥
দিব্যবৰ্ষ সহস্ৰ কৰিল শ্ৰম ক্লেশ ।
ৰাজ্য ধন দাৰা গৃহ একো নাই আশ ॥
নিৰীহ পুৰুষ কেনে হেনযুদ্ধ কৈল ।
ধৰ্ম্মবুদ্ধি তবু হেন দুঃখ আচৰিল ॥
সুবুদ্ধি পুৰুষে সুখ প্ৰাপ্তিকাৰ্য্য কৰে ।
ধৰ্ম্মজ্ঞ পণ্ডিতে দুঃখ কাৰ্য্য নাই ধৰে ॥

ধৰ্ম্মপুত্ৰ হৰি অংশ সৰ্ব্বজ্ঞানি ৰূপ।
ধৰ্ম্মনষ্ট যুদ্ধ কৰে কিনো অপৰূপ॥
তপশ্যা সমাধি সুখময় ফলত্যাগি।
মুৰ্খসম দাৰুণ ৰণত ভৈল যোগী॥
স্বৰ্গহন্তে খসিপৰে যযাতি ৰাজন।
শুনিছো তাহাৰ অহঙ্কাৰ সে কাৰণ॥
নতুমুখে কথা বাহিৰান্তে বজ্ৰপাণী।
ধক্কামাৰি ভূমেফেলি দিলন্ত তখনি॥
অহঙ্কাৰে যুদ্ধ মৃত্যু অবশ্যই ৰূপ।
পুন্য নষ্ট যুদ্ধে কিবা ফল গুৰু বাপ॥

---

## ব্যাসৰউত্তৰ॥

### পদ

দ্বৈপায়ণ কহে নৃপ সংসাৰৰ মূল।
তিনিবিধ পাপীআছে বুঝিবা কেবল॥
অহঙ্কাৰ ধৰ্ম্মভুপ মুনিৰো অজেয়।
দেহধাৰী মুনিতাক কিমতে ত্যাগয়॥
কাৰণ নহিলে কাৰ্য্য নিশ্চয় নহয়।
তিনিবিধ কাৰ্য্যইটো অবশ্যে বৰ্ত্তয়॥

ৰজ তম গুণ ধৰ্ম্ম বিৰোধ বিচাৰ।
তপদান যজ্ঞ ধৰ্ম্ম সাত্ত্বিক আচাৰ ॥
অহঙ্কাৰ বিনে ক্রিয়া কল্পও নোহয়।
ভাল হৌক মন্দহৌক কিছুনাহি হয় ॥
অহঙ্কাৰ বিনে কিছু জগতে নোহয়।
বিনে অহঙ্কাৰে কৈত সৃষ্টি শুভ হয় ॥
অন্যৰ কিকথা মুনি জনো আত ভ্ৰম।
অহঙ্কাৰ ধৰ্ম্মে বিশ্ব হইছে নিৰ্ম্মান ॥
কৰ্ম্ম বশে পুনু পুনু জন্ম মৃত্যু ঘটে।
দেবতা মানুষ ভূত সবে বন্ধ তাতে ॥
ৰথ চক্ৰ ৰূপে সদা ভ্ৰমণ কৰন্ত।
বিষ্ণু অবতাৰ সংখ্যা কোনে জানিবন্ত ॥
নাৰায়ণো সাক্ষাতে শ্ৰীহৰি নৰ ৰূপ।
মৎস কূৰ্ম্ম বৰাহ নৃসিংহ বিপ্ৰ ৰূপ ॥
যুগে যুগে জগন্নাথ বিষ্ণু জনাৰ্দ্দন।
ধৰন্ত অসংখ্য ৰূপ বিধিৰ নিয়ম ॥
সপ্তমনু বৈবস্বত দিনে ভগবান।
মন্বন্তৰে অবতাৰ ধৰিল ৰাজন ॥
ভৃগু শাপে নাৰায়ণ বহু অবতাৰ।
ধৰিছন্ত ভূমণ্ডলে নৃপ বাৰম্বাৰ ॥

জন্মেজয় কহে গুৰু সংশয় মিলিল।
কিবা হেতু ভৃগু ঋষি বিষ্ণুক শাপিল॥
দেবৰো নমস্য বিষ্ণু জগত পালক॥
কি কৰিল বিষ্ণু ভৃগু তাক শাপিলেক।

## ভৃগু শাপ বিবৰণ॥

### পদ।

ব্যাস দেব কহে শুনা শাপৰ কাৰণ।
যিবা হেতু ভৃগু মুনি শাপে নাৰায়ণ॥
পূৰ্ব্বে কশ্যপৰ পুত্ৰ হিৰন্যকসিপু।
সৰ্ব্বদা বিবাদ কৰে দেবতাৰ ৰিপু।
তাৰ দ্ৰোহে চৰাচৰ ব্যাকুল হইল।
পাছে সিটো মৰি পুত্ৰ প্ৰহ্লাদ উঠিল॥
ইয়ো দেবতাক সদা কৰন্ত উৎপাত।
ইন্দ্ৰ সমে ভৈল ঘোৰত্তৰ যুদ্ধ বাদ॥
সৰ্ব্বলোকে ভীত অতি যুদ্ধ ভয়ঙ্কৰ।
যুজন্ত দুজনে পূৰ্ণ শতেক বৎসৰ॥
ঘোৰ ৰণে দৈত্য পতি পৰাজিত ভৈল।
মহন্ত দেবতা সব জয় লাভ কৈল॥

যুদ্ধে হাৰি প্ৰহ্লাদ ভৈলন্ত মৃত যেন ।
বিৰোচণ পুত্ৰে ৰাজ্য কৰিল অৰ্পণ ॥
বলিহাতে ৰাজ্য অৰ্পি তপস্যাত গৈল ।
গন্ধ মাদনত ঘোৰ তপ আৰম্ভিল ॥
ৰাজ্য লভি বলিয়ো ইন্দ্ৰক হিংসা কৰে ।
দেবতাৰ সঙ্গে সদা যুদ্ধবাদ কৰে ॥
সিয়ো যুদ্ধে ইন্দ্ৰজয় ভৈল নৰেশ্বৰ ।
বলিক ছলিয়া নিল পাতাল ভিতৰ ॥
বলিৰাজ্য ভ্ৰষ্টে ভৈল যতেক দানব ।
শুক্ৰত শৰণ তেবে পশিলন্ত সব ॥
কিহেতু সহায় দেব নকৰা আমাক ।
শত্ৰু ৰাজ্য লৈলে খেদিলন্ত সুতলক ॥
সহায় নকৰা যদি সিদ্ধমন্ত্ৰ দিয়া ।
দেব জিনি হেনমন্ত্ৰ দিয়োক বাচিয়া ॥
ব্যাস নিগদতি ৰাজা দৈত্যৰ কাকুণি ।
শুনি সম্ভোষিত ভৈল কাব্য মহামুনি ॥
মাহি ভয় দেব তেজ কৰিব হৰণ ।
মন্ত্ৰৌষধি বলে উপকাৰ কৰো হেন ॥
সহায় ভজিবো আমি ভয় নকৰিবা ।
ধৈৰ্য্য ধৰি চিন্তা এৰি উৎসাহ বান্ধিবা ॥

হেনৰূপে দৈত্য তেবে আশ্ৰয় লভিল ।
চৰমুখে বাৰ্ত্তা পাচে দেবৰাজে পাইল ॥
দেবতাক মাতি আনি মিমাংসা কৰয় ।
দৈত্য সবে শুক্ৰস্থানে লভিছে আশ্ৰয় ॥
শুক্ৰ মন্ত্ৰ প্ৰভাবে আমাৰ মন্ত্ৰ মান ।
ব্যৰ্থ কৰি ৰণে জয় লভিবে এখণ ॥
এতেকতে মন্ত্ৰ নৌউ প্ৰদান কৰিতে ।
যুদ্ধকৰি আগে বধ কৰিবো নিশ্চিতে ॥
পাতালে নপাঞ্চি বধ কাৰ্য্যসে বিশিষ্ট ।
আগে মাৰি পেশো পৰে মন্ত্ৰ নৌক দৈত্য ॥
এতকহি দৈত্য বধিবাক দেব সবে ।
অস্ত্ৰ সস্ত্ৰ লইযুদ্ধে খেদিগৈল তেবে ॥
বিষ্ণু সঙ্গে দেবগণ দানৱক ধাইল ।
ভয়ে পাছে দৈত্য সবভাগি পলাইল ॥
শুক্ৰত শৰণ লৈল ৰাখা ৰাখা বুলি ।
তুমি নৰাখিলে দেব মৰিলো সমুলি ॥
মহাবলী দেবেপীড়া কৰন্ত দৈত্যক ।
দিলন্ত নিৰ্ভয় শুক্ৰ শুনিদৈত্য বাক ॥
মন্ত্ৰৌষধি বলে দেব হুইবে পৰাজয় ।
আমি বৰ্ত্তমানে দৈত্য কেনেকৰা ভয় ॥

শুক্ৰক আগত দেখি পাছে দেবগণ ।
দানবক পৰিহৰি গৈল নিজস্থান ॥
দশম অধ্যায় পদ দৈত্যাশ্ৰয় নাম ।
ভনিল গোপালে ডাকি বোলা ৰাম নাম ॥

---

## শুক্ৰগুৰুৰ প্ৰবোধদান ॥ * ॥

### পদ

ব্যাস নিগদতি তাত পাচে কাব্য ঋষি ।
দেৱে যেৱে এৰি গৈলা মাতিলা হৰিষি ॥
মুখ্য জনে ডাকি শুক্ৰ বচন বুলিলা ।
শুন দৈত্য ব্ৰহ্মা পূৰ্ব্বে যি কথা কহিলা ॥
দেৱসমে লগলাগি দেৱ নাৰায়ণ ।
সদায়ে দানব বংশ কৰন্ত নিধণ ॥
ধৰিয়া বৰাহ তনু হিৰণ্য বধিল ।
নৰসিংহ ৰূপে পুনু কসিপু মাৰিল ॥
সেহি মতে বৰ্ত্তমানো বিষ্ণুয়ে মাৰয় ।
যৈত হৰি আছে মন্ত্ৰ বল নখাটয় ॥
দেৱতা জিনিবে কৰো সমৰ্থ্য তোমাক ।
কিছুকাল অপেক্ষা কৰিবা দৈত্য ঝাক ।

মন্ত্ৰ লাগি আম্মি আজ্জি শিবস্থানেযাও।
হৰস্থানে মন্ত্ৰ লভি শীঘ্ৰ গুচিআহো॥ ।
মন্ত্ৰ আনি দিবো দৈত্য সৰ্ব্বজয় হইবা।
কিছুকাল সৰ্ব্বজন নিৰলে থাকিবা॥

---

## দৈত্যৰ উক্তি ॥ * ॥

দৈত্যগণ কহে মুনি কিকথা কহিছা।
কালৰ আগত গাৱ ঘেলাইবে বুলিছা॥
আমি পৰাজিত মুনি কৈত্তবা থাকিবো।
পৃথিবী অৰণ্যে কৈতো স্থান নাপাইবো॥
মন্ত্ৰ সমৰ্থন কাল প্ৰতীক্ষা কৰিব।
বলবন্তে কৰে বল কিকৰে দানব॥
ৰণকৰি থাকো দেৱ সেহিসে উত্তম॥
ভূমণ্ডলে দানবৰ নাহি দেখো স্থান॥

---

## শুক্ৰৰ উত্তৰ।

শুক্ৰ দেব কহে মই মন্ত্ৰ লাগি যাও।
মন্ত্ৰ আনি আসো মানে অপেক্ষিবে কও॥

মুনি বেশ ধৰি থাকা তপস্যা আচৰি।
দেশ কাল পাত্র বুজি শান্ত ভাব ধৰি ॥
অসময়ে শত্রু সেবা কৰিবে লাগয়।
ছল চাই বল বুজি বধিবে হোৱয় ॥
ছল চাই কাকুতি মিনতি কৰি ৰৈবা।
মন্ত্র লই আসো মানে ঘৰতে থাকিবা ॥
মহেশৰ মন্ত্র লভি আসিব দানব।
মন্ত্র বলে দেব সমে যুদ্ধ কৰাইব ॥
এতেক প্রবোধি ভৃগু শীঘ্র চলিগৈলা।
মহাদেৱ স্থানে কৈলাসত উত্তৰিলা ॥
ঃ পিনে দানবে মিলি দূত পঠাইল।
ইন্দ্রৰ সমীপে প্রহ্লাদক পাঞ্চিদিল ॥
সত্যবাদী বিষ্ণু ভক্ত প্রত্যয় কাৰণ।
প্রহ্লাদে দেবক হেন বুলিলা বচন ॥
আনো দানবৰ সমে অতি সত্র ভাৱে।
যেন ৰূপে দেবতাৰ প্রত্যয় জন্মিবে ॥
অস্ত্রত্যাগ কৈলো আমি সন্নাহা গুছালো।
বাকলি বসন পিন্ধি তপ আচৰিলো ॥
সত্য বাক্য প্রহ্লাদৰ বিশ্বাস মানিল।
আনন্দিত দেৱগণ চিন্তা দূৰ হৈল ॥

দৈত্য অস্ত্ৰ তিয়াগিল আমিও এৰিলো।
নিজ নিজ নিকটনে সকলে চলিলো॥
এত বুলি দেৱ সবে ৰণশ্ৰদ্ধা এৰি।
স্বস্থানে বিহৰে মহানন্দে ক্ৰীড়াকৰি॥
দৈত্য সবো তপস্বীৰ বেশ ধৰিলন্ত।
কশ্যপ আশ্ৰমে গই অপেক্ষা কৰন্ত॥
কাব্য কৈলাসত গই শিবক নমিল।
দেখি হৰে আগমন বাতৰি পুছিল॥



## শুক্ৰৰ বৰ পাৰ্থনা।

### পদ।

শুক্ৰ নিগদান্তি প্ৰভু আইলো তযু স্থান।
বৃহস্পতি জিত মন্ত্ৰ প্ৰাপ্তিৰ কাৰণ॥
দানবক পীড়াকৰে দেবতা সকল।
তাঙ্ক পৰাজয় মন্ত্ৰ দিয়া বিশ্ববল॥
শুক্ৰ বাক্য শুনি হেন সৰ্ব্বজ্ঞ মহেশ।
কিকৰিবো আবে মনে চিন্তে আসৰিস॥
দিবে দানবক জয় শুক্ৰ মন্ত্ৰ বলে।
দেব দ্ৰোহ আচৰিবে মন্ত্ৰ প্ৰাপ্তি ভৈলে॥

যত মানে দেবচয় মোহোৰ ৰক্ষিত।
এত চিন্তি শুক্ৰ প্ৰতি কহে ভূত নাথ ॥
সহস্ৰ বৰিষ কৰ সুদাৰুণ ব্ৰত।
কৰ্ণে শিৰে ধূম যেবে হুইবে নিৰ্গত ॥
মন্ত্ৰ লভিবাক তেবে সমৰ্থ হুইবা।
নতু মোৰ স্থানে শুক্ৰ মন্ত্ৰ নপাইবা ॥
যেহি আজ্ঞা বুলি শুক হৰে প্ৰণামিল।
আচৰিব ব্ৰত দেব যেন আজ্ঞা ভৈল।
ব্যাস কহে শুক্ৰে পাছে শিব আজ্ঞা পাই।
আৰম্ভিল ব্ৰত তৈত ধুম্ৰ পান খাই ॥
দেবতা শুনিল কাব্য তপ আচৰন্ত।
দৈত্য সবো ভৈল অহঙ্কাৰী অবিৰত ॥
সৰ্ব্বদেব মিলি পাচে বিম ৰিষি চাইল।
পুন যুদ্ধ কৰিবাক উদ্যোগ কৰিল ॥
যথাত আছন্ত দৈত্য সব মহাবল।
যুদ্ধ সাজি দেবগণো দৈত্য খেদিগৈল ॥
অস্ত্ৰ ধাৰী দেবসেনা সন্নাহা ভুষিত।
পুচন্ত দানবে দেখি হুই ভয়ভীত ॥
পূৰ্ব্বে অস্ত্ৰ ত্যাগি যোগ ব্ৰত আচৰিলো।
আম্মাৰ গুৰুয়ো মহা ব্ৰত আৰম্ভিল ॥

পূৰ্ব্বত অভয় দিলা আবে হিংসা কৰা।
শ্ৰুতি ধৰ্ম্ম সত্য কৈক গৈল দেব বৰ ॥
অস্ত্ৰহীন ভয়াতুৰ শৰণা গতক।
মাৰিবাক যোগ্য নোহে ইটো সমস্তক ॥

---

## দেবতাৰ উত্তৰ।

### পদ।

দেবগণ বোলে তোৰা সকলো মায়াবী।
পাঞ্চিয়াছ মন্ত্ৰ লাগি শুক্ৰগুৰু কবি॥
কৰিছন্ত তপ শুক্ৰ আমি শুান পাইলো।
এতেকতে সত্যযুদ্ধ সাজি খেদি আইলো॥
যুদ্ধ সজ্জা কৰে যিটো অস্ত্ৰ মন্ত্ৰ ধৰে।
চিদ্ৰলভি হেণ শত্ৰু বধিবে সত্বৰে॥
এহি সনাতন ধৰ্ম্ম শুন দৈত্য সৰ্ব্ব।
এতেকে দেবৰযুদ্ধ নোহন্ত অধৰ্ম্ম॥
ব্যাস দেব কহে পাচে দেবা বাক্য শুনি।
পৰস্পৰে বিমৰিষি আছিলন্ত গুণি॥
ভৈলন্ত বিহ্বল ভয়ে পলাই অন্তৰিল।
শুক্ৰ গুৰু মাতৃ স্থানে শৰণে পশিল॥

দূঃখ দেখি শুক্ৰমতা অভয় দিলন্ত।
সকলে দানব তৈতে পলাই ৰৈলন্ত॥



## শুক্ৰমাতাৰ প্ৰবোধ ॥*॥
ও বিষ্ণু কৰ্ত্তৃক মস্তক ছেদন।

শুক্ৰমাতা কহে দৈত্য ভয় নকৰিবা।
আমাসাৰ গৃহেসবে নিৰ্ভয়ে থাকিবা॥
নিৰ্ভয় লভিয়া সবে তথাতে ৰহিল।
অস্ত্ৰ শস্ত্ৰ সম্ভ্ৰম বিহীন দৈত্যবল॥
দেবতা দেখিল দৈত্য শৰণে পশিল।
তৈতেবলা কোৰ কৰিবাক খেদিগৈল॥
দেবে যেবে খেদিপালে অসুৰ দলক।
বধিবাক লাগি পাচে ভৈলন্ত উদ্যোগ॥
শুক্ৰমাতা কহে বাপু দৈত্য নামাৰিবা।
দিয়াছো অভয়দান মোহোক মানিবা॥
নিবাৰিল শুক্ৰ বুড়ি তবু নুশুনিল।
তাহান আশ্ৰমে দৈত্য বধিবে লাগিল॥
অসুৰ নিধন দেখি তেবে শুক্ৰ আই।
দেবতাক প্ৰতি ক্ৰোধ অগনি উধাই।

যদি মই সত্য সিদ্ধ তপ আছো কৰি।
আজি দেবতাক নিদ্ৰাবাণে নিও মাৰি।
এত বুলি নিদ্ৰাদেৱী আদেশ কৰিল।
আদেশ মাত্ৰকে নিদ্ৰা দেবক লাগিল॥
নিচুলি পৰিল দেব যৈত যিবা ছিল।
ইন্দ্ৰসমে সৰ্ব্বদেব নিদ্ৰা আকৰ্ষিল।
ইন্দ্ৰ নিদ্ৰা দেখি বিষ্ণু বিষণ্ণ ভৈলন্ত।
মোৰ দেহে প্ৰবেশ কৰহ বুলিলন্ত॥
এত বুলি প্ৰবেশাইল বিষ্ণুৰ দেহত।
বিষ্ণুত প্ৰবেশি ইন্দ্ৰ লভিলন্ত স্বস্থ॥
হুৰি ৰাখিলন্ত ইন্দ্ৰ সুখে নিদ্ৰা যাই।
দেখিঁ ক্ৰোধে বিষ্ণু প্ৰতি বোলে শুক্ৰ আই
ইন্দ্ৰ তোক ভক্ষ কৰো বিষ্ণুৰ সহিতে।
দেখোক মোহোৰ তপোবল ত্ৰিজগতে॥
ব্যাস নিগদতি বুড়ি এতেক বুলিয়া।
যোগ বলে বিষ্ণু ইন্দ্ৰ দুহাঙ্কো বান্ধিয়া॥
স্তব্ধ কৰিল দুইকো সকলে দেখিল।
বিচুৰ্ত্তি বিহ্বল সবে গুণনি লাগিল॥
দেবতাৰ ভয় জানো সবাকে ঘালয়।
যোগ অগ্নি তেজে আজি সবে ভস্মহয়॥

দেব দুঃখ দেখি ইন্দ্র কহিল বিষ্ণুক।
দুঃখ ভয় মধ্যে লভিছোহো অতিৰেক॥
তপোবলে অহঙ্কাৰ বাঢ়িছে বুড়িৰ।
ব্যভি চাৰ কৰ্ম্ম কৰিছন্ত দুৰাচাৰ॥
যাবে নতু নষ্ট কৰে আমা সবাহাক।
শীঘ্রে চক্র হানি দেব বধিয়ো তাহাক॥
ইন্দ্র বাক্যে বিষ্ণু সুদৰ্শনক স্মৰিল।
স্মৰণ মাত্রকে চক্র তৈত আনি ভৈল॥
ইন্দ্রৰ প্ৰাৰ্থনা মতে দেব জগন্নাথে।
ব্ৰাহ্মণী বধিবে লাগি চক্র লৈলা হাতে॥
চক্র হানি শুক্র আইৰ শিৰ ছেদ কৈল।
দেখি শতক্রতু বৰ আনন্দ লাভিল॥
সন্তোষে সকল দেব জয় ধ্বনি কৰে।
আপদ ভৈলন্ত দূৰ আনন্দ অন্তৰে॥
ইন্দ্র বিষ্ণু দুয়ো ভৈল বিঘিনি খণ্ডন।
স্ত্ৰী বধে দুঃখিত ভৃগু শাপে নাৰায়ণ॥
একাদশ আধ্যা পদ মন্ত্র লভ্য নাম।
ভণিল গোপাল দেব বোলা ৰাম ৰাম।

# অথ বিষ্ণু প্রতি ভৃগুৰ শাপ।

## পদ।

ব্যাস নিগদতি জন্মেজয় নৰবৰ।
ভৃগু দেখিলন্ত মুণ্ড ছেদন ভাৰ্য্যাৰ ॥
পতি অগ্রে পত্নী বধ সহে কাৰ প্ৰাণ।
হউক মাধব কিম্বা স্বয়ং ভগবান।
স্ত্ৰী, বধ মহত পাপ দেখি ভৃগু মুনি।
অতি শোকাতুৰে মাধৱক বোলে বাণী॥
নকৰিলি কাৰ্য্য ভাল জানি মহাপাপ।
মনে বিপ্ৰনাৰী বধা সিয়ো ঘোৰ তাপ॥
সত্বগুণে তই বিষ্ণু ৰজে ব্ৰহ্মাদেৱ।
তমোগুণে সংহাৰক বিভু সদাশিৱ॥
বিপৰীত ভৈল আজি কৰ্ম্মৰ বিপাকে।
নিন্দা কৰ্ম্ম কৈলি কেনে তামসিক ভাগে॥
অবধ্য স্ত্ৰীজাতি বিষ্ণু কৰিলি নিধন।
আজি দুৰাচাৰ তোক শাপিবো এখন॥
অন্য কি কৰিব তোক দিওঁ ঘোৰশাপ।
তুই যেনে মোৰ মনে দিলি মহাতাপ॥

ইন্দ্ৰ লাগি পাপ কাৰ্য্য কৰিলি কিসক।
নশাপো ইন্দ্ৰক মই শাপ দিবো তোক॥
প্ৰত্যক্ষে তামস গুণ তোহোৰ আছয়।
কীট যোনি জন্ম লহ তই দুৰাশয॥
যিটো ঋষি তোহোক সাত্ত্বিক বলি কন্ত।
নোহে সিটো জন গনি মূৰ্খহে নিতান্ত॥
গৰ্ভবাসে পাপ ভোগ কৰ লক্ষ বাৰ।
মোৰ শাপে মৰ্ত্ত্যে জন্ম ধৰ দুৰাচাৰ॥
ব্যাস নিগদতি এহিৰূপে জনাৰ্দ্দন।
ধৰ্ম্ম নষ্ট হই জন্ম ধৰে পুনঃ পুনঃ॥
নৰ উপকাৰ লাগি মনুষ্য হোৱয়।
জগন্নাথ সদা পাপ যোনিকে ভোগয়॥

---

## ভৃগুপত্নীৰ পুনৰ্জীৱন।

### পদ।

জন্মেজয় বদতি কহিয়ো সবিস্তৰি।
ভৃগু ৰমণীক যেবে কাটিলন্ত হৰি॥
কিৰূপে গৃহস্থি ধৰ্ম্ম ৰাখিলন্ত ভৃগু।
পুনৰপি গৃহস্থি হইল মহাপ্ৰভু॥

হেন শুনি বেদব্যাসে বুলিলা সাদৰি।
ৰিষ্ণুক শাপিয়া পাছে ভৃগু দেৱ অৰী ॥
পত্নীৰ মস্তক আনি দেহে যোড়া দিল।
উচ্ছকৰি মহা বাক্যে বুলিবে লাগিল ॥
আজি দেবী। বিষ্ণু তোমা কৰিল নিহত।
মই জীবদান কৰো তপৰ বলত ॥
যদি আচৰিছো মই ধৰ্ম্ম সনাতন।
সেহি ধৰ্ম্ম বলে হোক তোমাৰ জীবন ॥
দেখোক দেবতা সবে মোৰ তপ বল।
এহি বুলি ধালি দিল কমণ্ডলু জল ॥
যদি সত্য শৌচ বেদ তপ বল মোৰ।
অশ্বমেধ শান্তি জলে জীব হোক তোৰ ॥
এত বুলি ভৃগু যজ্ঞ জলে শান্তি কৈল।
তেতিক্ষণে ভৃগুপত্নী জীবিত হইল ॥
কটা মূণ্ড যোড়া লাগি উঠিয়া বসিল।
যেন নিদ্ৰা ভাঙ্গি লোকে জাগৰিত ভৈল ॥
সতী সাধ্বী ভৃগু ভাৰ্য্যা উঠিয়া বসিল।
জগতে দেখিল যেনে নিদ্ৰায় জাগিল ॥
সাধু সতী সাধু সাধ্বী সবে প্ৰশংসন্ত।
হেন ৰূপে ভৃগু পত্নী জীবিত ভৈলন্ত ॥

দেখি ইন্দ্ৰ আদি দেৱ বিস্ময় ভৈলন্ত ।
দেৱক সম্মুখি পাছে ইন্দ্ৰে বুলিলন্ত ॥
তপ বলে ভৃগু পত্নী জীবিত কৰিল ।
শুক্ৰ তপ বলে হৈবে বিষময় ফল ॥
মন্ত্ৰ লভি বাক্য যেবে বিপ্ৰ আচৰয় ।
সেই ভয়ে তনু মোৰ কাম্পে দেবচয় ॥
ব্যাস দেৱ কহে ইন্দ্ৰে শুক্ৰ তপ শুনি ।
ভয়ে ক্ষুধা নিদ্ৰা এৰিলন্ত সুৰমনি ॥

## অথ জয়ন্তী প্ৰেৰণ ।

মনে বিমৰষি কন্যা জয়ন্তীক আনি ।
মৃদু হাসি পুৰন্দৰে বুলিলন্ত বাণী ॥
যাহ কন্যা মই তোক শুক্ৰত অৰ্পিছো ।
তপস্বিনী হুই তাঙ্ক ভজিবে কহিছো ॥
তাঙ্ক ভজি মোৰ বশ কৰহ কুমাৰী ।
মনে প্ৰাণে উপচাৰে ভজহ ঋষাৰী ॥
স্বামী গৃহে যাহ মোৰ ভয় কৰ দূৰ ।
পিতৃ আজ্ঞা মানি কন্যা ভৈল অগ্ৰসৰ ॥
তৈত গই দেখে কাব্য ধুম পাণ কৰে ।
দেহ দেখি পিতৃ বাক্য কন্যা মনে পৰে ॥

কলাপাত ব্যজনিত বিছিবাক লৈল ।
স্নিগ্ধ সুবাসিত জল পান হেতু দিল ॥
দুপৰ হইলে বস্ত্ৰছায়া দান কৰে ।
বৃক্ষপত্ৰে ছালিবান্ধি দিল নিজ কৰে ॥
সুমধুৰ দিব্য পক্ক ফলমুল আনি ।
ভক্তিকৰি মুনি অগ্ৰে গুছান্ত বাকলি ॥
শুষ্ক কুশাসন পাতি বিগত প্ৰমাণ ।
নিত্য কৰ্ম্ম লাগি পুষ্প কৰন্ত সাজণ ॥
মৃদু মৃদু সুকোমল বৃক্ষৰ পল্লব ।
নিদ্ৰা লাগি শয্যা সাজ কৰন্ত উত্তম ॥
দেহ শীত কৰিবাক মৃদু বায়ু কৰে ।
অল্পকৰি বিছনি বিচুন্ত সুক্ষ্ম তাৰে ॥
শাপভয়ে জয়ন্তী মুনিক ডৰকৰে ।
সবিকাৰ হাব ভাব কিঞ্চিতো নকৰে ॥
মুনিপ্ৰীতি লাগিমাত্ৰ কৰেস্তুতি নতি ।
মঙ্গল কামনা আনুকুল ভিক্ষা প্ৰাৰ্থী ॥
নিদ্ৰা জাগৰিত ভৈলে মুখ ধৌত লাগি ।
জল আনি দিয়ে কন্যা ভকতি সোহাগী ॥
ইন্দ্ৰে পাঞ্চিআছে আৰু অনেক সেবক ।
জিতেন্দ্ৰী মুনিৰ কাম তৃষ্ণা লগাইবাক ॥

সিসবে কৰন্ত জয়ন্তীৰ পৰিচৰ্য্যা
বাপ ঘৰ হন্তে আনি দিয়ে ভাৰ বোঝা ॥
এহিৰূপে বহুকাল পৰিচৰ্য্যা কৰে।
জিত ক্ৰোধ মুনিবৰে ভুলাবে নপাৰে॥
সহস্ৰ বৰিষ পুৰ্ণ হইলন্ত যেবে।
তুষ্টহুই শিবে বৰ দিবে আইল তেবে॥
মহেশ কহন্ত যত আছয় সংসাৰে।
যতেক দেখিছ তুমি জগত ভিতৰে॥
বাক্যে প্ৰকাশিবে যাক পাৰ মুনি বৰ।
কহিবে নপাৰ যাক সংসাৰ ভিতৰ॥
ইচ্ছা মাত্ৰে সৰ্ব্বসিদ্ধি অবশ্য হুইবে।
আৰু সৰ্ব্বভুতে তুমি অবধ্য হইবে॥
দিলো ইষ্ট বৰ শুক্ৰ ঘৰে চলিযাস।
এতবুলি অন্তৰ্দ্ধ্যান ভৈল কীৰ্ত্তিবাস॥
ব্যাস নিগদতি শুক্ৰ ইষ্টবৰ লভি।
পুচিবে লাগিলা পাচে জয়ন্তীক দেখি॥
কোন তুমি কাৰকন্যা কিকাৰ্য্যে আসিছা।
যিবা বাঞ্ছা দিবো আজি নাহিক অন্যথা।
তোমাৰ সেৱাত বৰ হইলো প্ৰসন্ন॥
যদিবা দুৰ্ল্লভ তাকো কৰিব অৰ্পণ॥

হেনশুনি ৰঙ্গৈভেল ইন্দ্ৰৰ নন্দণী।
সৰ্ব্বজ্ঞ তপসী তুমি জানিছা আপুনি॥
শুক্ৰ কহে অবশ্য বুজিছো মই কন্যা।
তথাপিতো কহা তুমি যি আছে কামনা॥
যিবা লাগে কৰো সত্য বৰপ্ৰীত ভৈলো
তোমাৰ ভক্তিত আমি সন্তোষ লভিলো
জয়ন্তী বোলন্ত আমি ইন্দ্ৰৰ নন্দনী।
জয়ন্তা আমাৰ জেষ্ট তাহাৰ ভগিণী॥
পিতৃ সমৰ্পিল দেব তোমাৰ হাতত।
মোৰবাঞ্চা গ্ৰহণ কৰাহা ধৰ্ম্মমত॥
হেনশুনি কহে শুক্ৰ শুনা স্ববদণী।
মোৰসঙ্গে দশবৰ্ষ বঞ্চিবা যামিণী॥
অদৃশ্য ভাবত যথা খুচি বিহাৰিবা।
সৰ্ব্বভুত চক্ষে তুমি আদৰ্শিতা ৰৈবা॥
এতবুলি শুক্ৰাচাৰ্য্যে জয়ন্তীক লই।
গুপুত ভাবত ৰাখে নিজগৃহে গই॥
মায়াবলে সৰ্ব্বভুতে নেদেখা কৰিল।
এহিৰূপে দশবৰ্ষ ৰঙ্গে বিহৰিল।
দৈত্যসবে শুনি শুক্ৰ মন্ত্ৰ লভিআইল।
দৰ্শন কৰিবে লাগি গৃহত চলিল॥

নেদেখয় শুক্ৰতথা কৈতবা আছন্ত।
কিন্তু শুক্ৰ গুপ্তভাবে জয়ন্তী খেলন্ত॥
মনদুঃখে দৈত্যসব বিমৰিষ ভৈল।
পুনু পুনু বিচাৰিয়া গুৰুক নপাইল॥
অদৃশ্য হুইয়া শুক্ৰ যৈত তৈত ৰমে।
পালতিল দৈত্যসবে মনোদুঃখ ক্ৰমে॥
শুক্ৰ গোপ্যে খেলা মগ্নইন্দ্ৰ জানিপাইল।
বৃহস্পতি গুৰুসমে পৰামৰ্য কৈল॥
আত পৰে কিকৰিব কহা গুৰুবাপ।
দশ বৰ্ষ মাত্ৰে শুক্ৰ ৰাখিবে কন্যাক॥
এতেকতে তুমিদেব শুক্ৰ ৰূপধৰা।
লোভ লগাই দানব সবক মুগ্ধকৰা॥
ইন্দ্ৰ বাক্য শুনিগুৰু শুক্ৰ ৰূপধৰি।
দৈত্যৰ নগৰে প্ৰবেশিল শীঘ্ৰকৰি॥
গুৰু আসিবাক দেখি দানব সমস্ত।
ভক্তি কৰি স্তুতি পূজা কৰে চৰণত॥
সমস্ত অসুৰে আসি মন্দিল চৰণ।
মায়ায় মুহিত চিনিবাক শক্তি হীন॥
শুক্ৰ ৰূপ বৃহস্পতি অভেদ্য কেবল।
শুক্ৰ সম বাক্য পাচে কহিবে ধৰিল॥

আইস সবে মোৰ যজমান শিষ্য যত।
দিয়ো হিত বুদ্ধি অতিশয় বাক্য প্ৰীত ॥
তোমাৰ কৈল্যান হেতু মন্ত্ৰ প্ৰাপ্তি আছে।
তপস্যাত কৈলো তুষ্ট দেব কীৰ্ত্তি বাসে ॥
মহামায়া বিদ্যা পালে তপৰ প্ৰভাবে।
দিলন্ত মহেশ মন্ত্ৰ সৰ্ব্ব সিদ্ধি হবে ॥
এত শুনি দৈত্য সব মহা প্ৰীতি ভৈল।
গুৰু মন্ত্ৰ লভি আছে যুদ্ধ ভয় গৈল ॥
দেব ভয় গৈল সবে আনন্দে বিভোল।
প্ৰেমানন্দে প্ৰণামন্ত গুৰু পদতল ॥
দেবতাক ভয় ত্যাগি আনন্দে বিহৰে।
বৃহস্পতি মায়া দৈত্য বুজিবে নপাৰে ॥
ভৃগু শাপ নাম ইটো দ্বাদশ অধ্যায়।
শ্ৰবণে কীৰ্ত্তনে হয় পাপৰ প্ৰলয় ॥
ভণিল গোপাল দেব পদ অনুবন্ধে।
ৰাম ৰাম বুলি সদা ভব পাশে বন্ধে ॥

# জন্মে জয়ৰ প্ৰশ্ন ॥

## পদ।

জন্মে জয় পুছে দেব গুৰু বৃহস্পতি।
কিকৰিল পৰে গুপ্তভাবে থাকিতনি॥
সৰ্ব্বশাস্ত্ৰ বিশাৰদ দেব পুৰোহিত।
ধীৰ মতি অঙ্গিৰা তনয় মহা ব্ৰত॥
হেন জনে চদ্ম বেশে দৈত্যক ছলিল।
ইহাৰ কাৰণ মুণি কহিয়ো সকল॥
সত্য মাত্ৰ ধৰ্ম্ম মূলক হে সৰ্ব্ব শাস্ত্ৰ।
মুনিয়ো কহন্ত সত্যে মাত্ৰ আত্ম প্ৰাপ্ত॥
বৃহস্পতি হেন গুৰু ইৰূপ আচাৰ।
গৃহস্থী লোকৰ মাঝে আছে কি বিচাৰ॥
ভোজতো অধিক মৎস খায় ইটো শুনি।
ত্ৰিলোক ঐশ্বৰ্য্যবন্ত বৃহস্পতি মুনি॥
তথাপি আহাৰ অৰ্থে অবিহিত কায।
ঠগামী কৰিল গুৰু ধৰি ছদ্ম বেশ॥
মুখৰ বাক্যত যাৰ উছন্ন হোৱয়।
শিষ্টাচাৰ এৰি কেনে ঠগে প্ৰবৰ্ত্তয়॥

সত্ত্বগুণে জাত দেব ৰজোগুণে নৰ।
তমো গুণে ভূত প্রেত পিশাঞ্চ চামৰ
অমনণ গুৰু যদি মিথ্যা বাদী ভৈল।
ৰজ তমগুণে কৈত সত্য ধৰ্ম্ম ৰৈল॥
কৈত ধৰ্ম্ম ৰৈল মোৰ সন্দেহ ডাঙ্গৰ।
কোন গতি হৈব তেবে ত্রিলোক জীৱৰ।
ব্রহ্মা বিষ্ণু ইন্দ্র আদি আন আনদেব।
সৰ্ব্ব ছলবাদ যদি মনুষ্য কি হইব॥
বিশ্বামিত্র বশিষ্ঠ বামদেৱ বৃহস্পতি।
ইটো সৰ্ব্ব পাপে ৰত অন্যৰ কি গতি॥
ইন্দ্র চন্দ্র অগ্নি দেব পৰস্ত্রী লম্পট।
ত্রিভূবনে সনাতন আৰ্য্য ধৰ্ম্ম কৈত॥
কাৰ উপদেশ মানো কাৰ কথা শুনো।
দেৱঋষি মুনি যত মানে লোভী পুনু॥
ব্যাস কহে ৰাজা দেহধাৰী যতমান।
ব্রহ্মা কি শিবকি বিষ্ণু বৃহস্পতি আন॥
সমস্তে বিকাৰী সবে ইন্দ্রিয়ৰ বশ।
ৰাগী বিষ্ণু ৰাগী ব্রহ্মা ৰাগী কীৰ্ত্তিবাস॥
ৰাগী ভৈলে অকাৰ্য্য নকৰে কোনো নৃপ
ৰাগী লোকো বুদ্ধি বলে বিদেহী স্বৰূপ॥

অবিকাৰী দেহী ৰূপ তাক দেখা যায়।
শঙ্কটে পৰিলে কিন্তু গুণাবৰ্ত্ত হয়॥
কাৰণ নুহিলে নোহে কাৰ্য্যৰ উৎপন্ন।
ব্ৰহ্মা বিষ্ণু আদি সবে গুণৰ কাৰণ॥
পঞ্চ বিংশ তত্ত্বে ইটো দেহৰ গঠন।
কাল প্ৰাপ্তে মৃত্যু ধৰ্ম্ম কেনে ধোকামন॥
পৰে উপদেশ দিবে সৰ্ব্বজান শিষ্ট।
আত্ম কাৰ্য্যে হোৱে সবে বিভ্ৰম অশিষ্ট॥
কাম ক্ৰোধ লোভ মোহ পৰ হিংসা ধৰ্ম্ম।
ইটো এৰি দেহ ধাৰী কৈত হুইবে কৰ্ম্ম।
কদাচিতো বিষ্ণুকৰে দাৰুণ তপস্যা
কতোবা কৰন্ত দানযজ্ঞ নানাঅৰ্চ্চা॥
কদাচিতো লক্ষ্মীসমে আনন্দে বিহৰে।
লক্ষ্মী বশ হুইৰহে বৈকুণ্ঠ নগৰে॥
কদাচিতো দৈত্য সমে কৰে ঘোৰ ৰণ।
দৈত্য অস্ত্ৰে জৰ্জ্জৰিত হোৱে জনাৰ্দ্দন॥
কদাচিতো জয় লভে কভু পৰাজয়।
সুখ দুঃখ ভোগে হৰি নুহিকা সংশয়॥
ভালমন্দ ৰূপেইটো সংসাৰ ৰাজণ॥
শুভা শুভ দুই ফল ইহাৰ কাৰণ॥

যোগ নিদ্ৰা ধৰি কৰে অনন্তে শয়ন।
কালে স্বভাবতে পুনু হয় জাগৰণ॥
ব্ৰহ্মা বিষ্ণু হৰি ইন্দ্ৰ মুনি ঋষি দেব।
নিজ পৰমায়ু মতে বিহৰন্ত সব॥
নিশা ভৈলে ঘুমে জীব প্ৰভাতে উঠয়।
ৰাত্ৰি পুহাইলে পুনু বিশ্ব সৃষ্টি হয়॥
আয়ুশান্তে ব্ৰহ্মা বিষ্ণু শিব ইন্দ্ৰ আদি।
সবে ক্ষয় প্ৰাপ্ত হয় জন্মে পুনৰপি॥
এতেকে দেহীৰ ধৰ্ম্ম কামাদি সঞ্জাত।
নুহিকে বিস্ময় একো সন্দেহ ইহাত॥
কাম ক্ৰোধ আদি গুণে সংসাৰৰ চিত।
মুক্ত পৰমাৰ্থিক পুৰুষ আছে কৈত॥
যিজন আছয় হেন গৃহ নাহি কৰে।
সঙ্গ ত্যাগি মুক্ত হুই সংসাৰে বিহৰে॥
বৃহস্পতি ভাৰ্য্যা নৃপ চন্দ্ৰে হৰি নিল।
ভাতৃ বধু দেব ভাৰ্য্যা গুৰুয়ে হৰিল॥
ইৰূপে সংসাৰ ৰাগে লোভে মোহে মজে।
গৃহস্থী হুইলে কৈত মুকুত সহজে॥
এতেকতে সৰ্ব্ব ত্যাগি সবাৰঈশ্বৰী।
চিদানন্দ ৰূপী সৰ্ব্ব ব্যাপী সৰ্ব্ব সৰি॥

যাৰ গুণে বদ্ধ জীৱ সংসাৰে ভ্ৰমন্ত ।
মদ খাই যেহেন বাতুল চেষ্টাৱন্ত ॥
তাঙ্ক আৰাধনা কৰি গুণ পৰি হৰ ।
মুক্তি লাগি অন্য পন্থ নাহি ইটো ছাৰ ॥
যি পৰ্য্যন্ত মহামায়া কৃপা নকৰিব ।
আৰু অন্য কোন জনে মুক্তি দান দিব ॥
কৰুণা সাগৰ দয়াময়ী জগদ্ধাত্ৰী ।
তাঙ্ক ভজি জীব মুক্ত হোৱে নৰপতি ॥
দুৰ্ল্লভ মনুষ্য দেহ পাই যিটো জনে ।
জগত ঈশ্বৰী মায়া নকৰে ভজনে ॥
শূন্য হস্তে সিটো জন পতিত হইল ।
শূন্যতে পৰিল কিছু তৰণী নপাইল ॥
তিনি গুণে অহঙ্কাৰ আবৃত জগত ।
সিটো নতাৰিলে অন্য উপায কিআত ॥
এতেকে সকলো এৰি তাহাঙ্ক ভজিযো ।
ভূবন ঈশ্বৰী মাযা আশ্ৰয কৰিযো ॥

## জন্মেজয়ৰ প্ৰশ্ন ॥*॥

### পদ ।

নৃপতি পছন্ত পাছে বৃহস্পতি গুৰু ।
শুক্ৰ বেশ ধৰি কি কৰিলা কল্পতৰু ॥

শুক্ৰনো আসিল কোন কালে তাতপৰে
কহিয়ো আখ্যান পিতামহ সবিস্তাৰে ॥
ব্যাস কহে শুনা তৈত গুৰু যিকৰিল।
কাব্য ৰূপ ধৰি যেবে ছলিবাক গৈল ॥
মই নিজ গুৰু শুক্ৰ বুলি প্ৰবোধিল।
দেখি শুক্ৰ ৰূপ দৈত্য প্ৰত্যয় কৰিল ॥
বিদ্যা লাগি মহেশক তপস্যা কৰিলো।
শিব অনুগ্ৰহে মহা মোহ বিদ্যা পালো ॥
এহি মতে বৃহস্পতি বঞ্চনা কৰিল।
তৃষিত দানব কুল বিশ্বাস কৰিল ॥
হেথা দশ বৰ্ষ শুক্ৰে প্ৰতিজ্ঞা পূৰিল।
গুপ্ত ভাবে জয়ন্তী সহিত বিহৰিল ॥
যজমান লাগি আৰে মনে চিন্তাকৰে।
সবে মোতে আশা কৰি আছে নিৰন্তৰে ॥
বাট চাই আছে মোক দেখিছো সাক্ষাতে
ভয়াতুৰ শিষ্য মোৰ দেখো গই তৈতে ॥
মোৰ শিষ্যে দেবতাক আৰু ভয় নাই।
এহি বাক্য দৈত্য সবে কহিবো বুজাই ॥
এত মনে ভাবি শুক্ৰ জয়ন্তীক বোলে ।
দেব সমে উপশান্ত কৰো শিষ্য দলে ॥

আজি দশ বৰ্ষ পূৰ্ণ ভৈলন্ত মোহোৰ।
এতে কতে যজমানে দেখো গই মোৰ ॥
আজ্ঞা কৰা শিষ্য বৰ্গ দেখিবে যাইবো।
পুনৰপি শীঘ্ৰ দেবি পালতি আসিবো ॥

---

## জয়ন্তীৰ উত্তৰ ॥*॥

---

জয়ন্তী কহন্ত দেব তুমি ধৰ্ম্মবান।
যাহ তৈত ধৰ্ম্ম ৰাখি কৰা আগমন ॥
এত বাক্য শুনি গুৰু শীঘ্ৰ তৈত গৈল।
বৃহস্পতি সমীপত দানব দেখিল ॥
অনুমানে বৃহস্পতি ছদ্ম বেশধৰী।
দৈত্য ছলিবাক আইল মোৰ ৰূপ কৰি ॥
যৈত ধৰ্ম্মাচাৰে গুৰু যজ্ঞ নিন্দা ৰূপ।
প্ৰবোধিছে শিষ্য সবে বেদ বাক্য নৃপ ॥
শুনা দেব বৈৰী গণ হিত বাক্য মোৰ।
অহিংসা পৰম ধৰ্ম্ম সৰ্ব্বত্ৰে প্ৰচাৰ ॥
শত্ৰুয়ো নোহন্ত বধ যোগ্য হিংসা ধৰ্ম্ম।
কিন্তু ভোগাৰ্থিৰ হেতু আছে বেদমৰ্ম্ম ॥

ভোগৰত ব্ৰাহ্মণৰো পশুহিংসা কৰ্ম্ম।
জিহ্বাস্বাদ লিপ্সা দেখাইছে বেদধৰ্ম্ম॥
জিহ্বাস্বাদ তৃপ্তিকামে অহিংসা হোৱন্ত ।
এহিসে উত্তম শাশ্বতিক বেদমত।
এহিমতে বেদনিন্দা ৰূপ বাক্যচয়।
কহে বৃহস্পতি শুক্ৰশুনি সবিস্ময়॥
মনেভাবে গুৰুমোৰ হিংসাযে নিশ্চয়।
বঞ্চনা কৰিছে ধূৰ্ত্ত মোৰ শিষ্যচয়॥
ধিক্ লোভ পাপবীজ নৰক আৰ্জ্জিল।
মোৰৰূপ কৰিবিটো ইহাঙ্ক পাঞ্চিল॥
বচনে প্ৰমাণ সিটো পাষণ্ড অধম।
ধৰ্ম্মবন্ত জনে কৰাইলন্ত ব্যতিক্ৰম॥
সুৰগুৰু সৰ্ব্বধৰ্ম্ম শাস্ত্ৰ প্ৰবৰ্ত্তক।
কিহেনো নাটিছে তাঙ্ক লোভ ভৈল ধিক॥
ছদ্ম কৰিঅন্য লোক গুৰুৰূপ হয়
নহয় পণ্ডিত সিটো পাষণ্ড নিশ্চয়॥
উত্তম ব্ৰাহ্মণ যদি পতিগ্ৰাহী হয়।
পাতকে মেৰাই তাক ধৰিল নিশ্চয়॥
মোহোৰ যাজক সবে কহিছন্ত মূঢ়।
শিখাইছে বাক্য বেদ মাৰ্গৰ বিৰুদ্ধ॥

পুন্য ভাগবত পদ চতুৰ্থ স্কন্ধৰ ।
এয়োদশ: অধ্যা শুক্রাচাৰ্য্যৰ বিচাৰ ॥
দেখা ইটো মহন্তৰ কাৰ্য্য বিষদৃশ ।
পৰে বঞ্চি নিজে পোৱা দেবতাৰো আশ ॥
কিকৰে মনুষ্য জাতি সহজে নিৰ্ব্বোধ ।
মায়া এৰিবাক দেহাধাৰী নোহে সাধ্য ॥
যেহি হৌক ভাগ্যবশে নেৰিবাহা নাম ।
গোপালে ৰচিলে ডাকিবোলা ৰামৰাম ॥

## শুক্র বৃহস্পতিৰ বিবাদ ॥*॥

### পদ ।

ব্যাস নিগদতি শুক্র এতেক ভাবিয়া ॥
বৃহস্পতি মুখচাই বুলিল হাসিয়া ॥
মোৰৰূপ ধৰিগুৰু দৈত্যক চলিছা ।
মই শুক্রাচাৰ্য্য গুৰু তুমি কিকৰিছা ॥
এতকহি শিষ্যেডাকি ভাৰ্গবে বুলিল ।
মোহোৰ আকৃত্তি ইটো গোট খল জাল ॥
তাৰকথা নুশুণিবা কোণো শিষ্যজণ ।
ইটো বৃহস্পতি নযাইবা তাৰ স্থান ॥
হেনবাক্য শুনি দৈত্য দেখিল দুনাই ।
দুইজণ একৰূপ কিছুভেদ নাই ॥

ভৈলন্ত বিস্ময় সবে শুক্র কোনজণ।
নিশ্চয় কৰিবে নাহিপাৰে দৈত্যগণ॥
হেনদেখি শুক্রে পুনু দৈত্যক বুলিল।
ইতোজণ বৃহস্পতি মোৰ বেশকৈল॥
তোমাক বঞ্চনাকৰে দেবকাৰ্য্য লগি।
তাহাঁক বিশ্বাস কৰি হইবা দুঃখ ভাগি
পাইআছো মহাবিদ্যা তোমাক শিখাবো।
তাৰবলে দেবতাক বিজয় কৰিবো॥
এহিজানে ফাঁকিকৰি দৈত্যক বঞ্চয়।
এতেকতে তাৰবাক্যে নযাও প্রত্যয়॥
হেনশুণি ভণ্ড শুক্র কহিবে লাগিল।
আম শুক্র বিশ্বাস কৰহ দৈত্যবল॥
বৈৰহন্তে ইটোজনে বাহিৰ কৰিয়ো।
ইহাৰ কথাত কেহ প্রত্যয় নাযায়ো॥
তাতপাছে কাব্যে বহুমতে বুজাইল।
বৃহস্পতি মায়াজালে দানব বিভোল॥
এতেক নিশ্চয়কৰি দানবে বোলয়।
সত্য ধৰ্ম্মগুৰু ইটো হিত বুদ্ধিদেয়
দশবৰ্ষ সৰ্ব্বদা আমাৰ সুখ নাই।
মিথ্যাবাদী যাহ আমাসাৰ গুৰুনুই॥

মায়াবী কুহকী দৈত্য গুৰুনহ তুমি
এতবুলি ভাৰ্গবক ভৎৰ্সিল নাজানি ॥
ছদ্মবেশী গুৰুক দানবে সবে লৈল ।
প্ৰীতিমনে দণ্ডবত প্ৰণিপাত কৈল ।
হেনদেখি ভাৰ্গবৰ অগ্নি উঠলিল ॥
ক্ৰোধে দানবক শুক্ৰে অভিশাপ দিল ॥
মুৰ্খদৈত্য বৃহস্পতি বঞ্চনাত ভুলি ।
মই বুজাইলো যত নুশুন সমুলি ॥
এতেকতে জ্ঞানহীণ পামৰ দুৰ্জন ।
দেবতাত পৰাজয় হয়ো সৰ্ব্বজন ॥
মোহোক অবজ্ঞা ফল অল্প কালে পাবি ।
তেবেসে কপট কাৰ্য্য পৰিজ্ঞাত হবি ॥
ব্যাস নিগদতি ৰাজা শুক্ৰে এত কহি ।
আপোন আলয়ে গৈল ক্ৰোধে শ্বাস বহি ॥
ৰঙ্গ মনে বৃহস্পতি তথাতে ৰহিল ।
দানব সবক যেবে শুক্ৰে শাপ দিল ॥
বেশ এৰি বৃহস্পতি ভৈল নিজ ৰূপ ।
ইন্দ্ৰৰ আগত গই কহিল স্বৰূপ ॥
দানবৰ সঙ্গে ইন্দ্ৰ কৃত কাৰ্য্য ভৈলো ।
শুক্ৰে শাপ দিল আৰু মযো ত্যাগ কৈলো ॥

নিৰাশ্ৰয় দৈত্য আবে শাপ দিয়াইলো ।
শীঘ্ৰেৰণ সাজিবাক তোমাক বুলিলো ॥
গুৰু বাক্য শুনি ইন্দ্ৰ আনন্দ লভিল ।
সকলে দেবতা মিলি গুৰু পূজা কৈল ॥
ৰণ সাজ কৰি গৈল দানবক ধাই ।
দেবে খেদি আসে দেখি অসুৰো সাজই ॥
পাচে গুৰু ঘৰে গই গুৰু নেপাইল ।
গুৰু অন্তৰ্দ্ধান এবে ঘোৰ চিন্তা ভৈল ॥
কোৱা কুই কৰে সবে মায়াই মোহিল ।
তাৰ মায়া মোহে নিজ গুৰুকো এৰিল ॥
কষ্ট মনে নিজ গুৰু ঘৰে গৈল চলি ।
কপটীয়া পাপী গুৰু বঞ্চিল সমূলি ॥
ভাই বোয়াৰীত থাই অন্তৰে মলিন ।
বাহিৰে দেখান্ত শুচি ইজনো তেমন ॥
কিবা কৰো কি উপায় আবে কৈক যাও ।
কোপ ভৈল শুক্ৰ গুৰু কোন লাজে যাও ॥
ভয়তে বিহ্বল সবে প্ৰহ্লাদক লৈল ।
প্ৰহ্লাদক আগ কৰি শুক্ৰ স্থানে গৈল ॥
শুক্ৰৰ চৰণে ধৰি প্ৰণাম কৰিল ।
নমাতন্ত শুক্ৰ পাচে মৌন ধৰি ৰৈল ॥

কত ক্ষণে ক্ৰোধ মুখে ৰক্ত চক্ষু হুই।
মোক অনাদৰি কুহজালে মুগ্ধ হুই॥
তান বশ ভৈল মোক অবিশ্বাস কৈল।
উন্মত্তৰ ফল হৰি হাতে হাতে দিল॥
কিকৰিবো মই আবে মোৰ কাৰ্য্য নাই।
তৈতে পূনু যাহ যৈত কপটী আছয়॥
দেব কাৰ্য্য লাগি যিটো দানবক বঞ্চে।
সিজন পৰম বন্ধু মোত কিবা আছে॥

## প্ৰহ্লাদৰ মিনতি ॥*॥

প্ৰহ্লাদে কহন্ত দেব তোমাৰ যাজক।
ভয় ভীত সৰ্ব্বজন আসিছে হেথাক॥
আতূৰ শিষ্যক ত্যাগ নোহয় উচিত।
তোমাৰ সন্তান দেব তোমাৰ পালিত॥
শিব স্থানে মন্ত্ৰ লাগি যেবে তুমি গৈলা॥
তযু ৰূপ ধৰি দুষ্ট দৈত্যক বঞ্চিলা॥
অজ্ঞানৰ দোষ সাধু জনে নধৰয়।
সকল জানিছা নিজে ক্ৰোধ কৰা কিয়॥
মুনি গণ কহে মহন্তৰ ক্ষণে ৰাগ।
পৰম তপসী তুমি হুয়োক বিৰাগ॥

স্বভাবে শীতল জল অগ্নি সঙ্গে তপ্ত ।
অগ্নি অন্তৰালে পুনু নিজে হোৱে শীত ।
ক্ৰোধ চণ্ডালক সদা জ্ঞানিয়ে এৰিব ।
এতেকে দৈত্যৰ প্ৰতি তুষ্ট হোৱা দেব ।
এত কহি দৈত্য পতি নিয়মি ৰহিল ।
ক্ৰোধ ত্যাগি শুক্ৰাচাৰ্য্য বুলিবে লাগিল ।

## দেব পৰাজয় ॥*॥

প্ৰহ্লাদ বচন শুনি জ্ঞানী ভৃগু পতি ।
তুষ্টমনে মৃদুহাসি কহিল সম্প্ৰতি ।
ভয় নকৰিবা ৰসাতলে নযাইবা ।
মন্ত্ৰ বলে ৰাখো মই এথাতে থাকিবা ।।
সত্য হিত বাক্য কহো শুনা পূৰ্ব্বতত্ত্ব ।
ব্ৰহ্মাদেব স্থানে আমি শুনিছো যিমত ।
অবশ্য সময়ে শুভাশুভ দুই ঘটে ।
দৈব খণ্ডিবাক পাৰে কাহাৰ সমৰ্থে ।
দৈবদোষে আজি তুমি হীন বলভৈলা ।
দেবে পৰাজয় কৈল পাতালে পশিলা ।
কাল প্ৰাপ্ত হইলে পুনু ৰাজ্য প্ৰাপ্ত হইবা ।
পৰম বৈভব তুমি সিকালে ভুগিবা ।

পূৰ্ণদশ যুগ দেব গণে আক্ৰমিবা।
তাত পাচে তুমি সবে ত্ৰিলোক লভিবা॥
সাবৰ্ণি মনুৰ দিনে পুনু ৰাজ্য পাইব।
তযু নাতি বলী সেহিকালে ৰাজা হইব॥
বাহুবলে ত্ৰিভুবণ কৰিব শাসন।
এহি ৰূপে ব্ৰহ্মা স্থানে কৰিলো শ্ৰবণ॥
যিকালে বামন ৰূপে বলিক ছলিল।
দেবতাক ৰাজ্যদিয়া নাৰায়ণে কৈল॥
দেবলাগি যিৰূপে ছলিলো বলীৰাজ।
সাবৰ্ণি মনুৰ দিনে পুনুদিবো ৰাজ॥
সেহিকালে ইন্দ্ৰ হুইবা তুমি বলীৰাজ।
শুনিলোহো ইটো পূৰ্ব্বে দেবৰ সমাজ॥
তোমাৰ নাতিক যেবে এতেক বুলিল।
তৈতে পাচে ভয়েবলী অন্তৰ্হিত হৈল॥
একদিনা বলীপাচে বৃষৰূপ ধৰি।
শূন্য গৃহে বাসবক লগাইল দাড়ুৰি॥
বাসবে পুচন্ত বলীকেনে হেন কৈলা।
সৰ্ব্বলোক অধিপতি বলিবৰ্দ্দ ভৈলা
লজ্জানাহি বলিতোৰ প্ৰধান ৰাক্ষস।
মহামানী নাম তোৰ ভতৰাৰ বেশ॥

ইন্দ্ৰবাক্য শুনি বলি কহিল উত্তৰ।
কিনো লজ্জা কাম ইটো ভৈল পুৰন্দৰ॥
মহাতেজা বিষ্ণু মৎস কচ্ছপত জাত।
দৈববশে ভৈলো বৃষ কিবা লজ্জাতাত॥
ব্ৰহ্মবধ কৰিতুমি পদ্মে লুকাইলা।
ময়ো ধনহীন দুখে বৃষৰূপ ভৈলো॥
সৰ্ব্ব দৈবা ধীন তাত সুখদুঃখ কিবা।
সৰ্ব্বকাৰ্য্য কৰেকাল ইচ্ছাহয় যিবা॥
শুক্ৰ নিগদতি·এতমান কহিবলী।
ইন্দ্ৰক সম্বুধি যথাস্থানে গৈল চলি
দৈববল ইটোমই কহিলো তোমাত।
দেবনৰ দৈবাধীন সকলে জগত॥
চতুৰ্দ্দশ৷ অধ্যাপদ শুক্ৰ প্ৰাপ্তিনাম।
ৰচিল গোপালে ডাকি বোলা ৰামৰাম॥

## অথ দৈত্য বিজয় ॥

### পদ।

ব্যাস নিগদতি জন্মেজয় নৃপবৰ।
শুক্ৰবাক্যে প্ৰহ্লাদৰ অনন্দ অন্তৰ॥
দৈববল মহাবল বুজিল প্ৰহ্লাদে।
শুক্ৰত কহিলা পুনু হৰিষে বিষাদে

যুদ্ধ কৰিলেও জয় কদাচ নহয়
কহা তেবে কোনৰূপে দৈত্য হবে জয়॥
যুদ্ধসে কৰ্ত্তব্য গুৰু দৈবক নেজানো।
কোনে কৈত কিবাৰূপে দৈব দেখে জানো॥
এতেকে সংগ্ৰামকৰো আছে সৈন্যবল।
তযুঅগ্ৰে এইমুখ্য দানব সকল॥
এতকহি মহাবীৰ প্ৰহ্লাদ ৰাজন।
সৈন্য সাজি দেবতাক কৰিল উতপন॥
দেবে দেখি দৈত্যসেনা সংগ্ৰামে সাজিল।
অস্ত্ৰশস্ত্ৰ ধৰিদেব সেনাও ধাইল॥
দুইদল সমযোদ্ধা সমান বীৰত্ব।
ইন্দ্ৰ প্ৰহ্লাদৰ যুদ্ধ ভৈলন্ত অদ্ভুত॥
সম্পূৰ্ণ শতেক বৰ্ষযুদ্ধ ঘোৰতৰ।
মুনিঋষি সবেভৈল বিস্ময় অন্তৰ॥
শুক্ৰৰ প্ৰসাদে দৈত্য জয়ভৈল ৰণে।
হাৰিল অমৰগণ ভাৰ্গবৰ গুণে॥
বৃহস্পতি পদে ইন্দ্ৰ শৰণে পশিল।
পৰম ঈশ্বৰী পূজিবাক আজ্ঞাদিল॥
আজ্ঞাপাই দেবৰাজ দেবী আৰাধয়।
দুৰ্গ ত নাশিনা দুৰ্গা হুয়োক সদয়॥

*১১*

## ইন্দ্ৰ স্তুতি॥

জয়জয় মহামায়া জগত জননী।
শংঙ্খচক্ৰ গদাধৰি ৰাখা ঠাকুৰাণী॥
আদি মূল শক্তি নমো ভূবণ ঈশ্বৰী।
দশ মহাবিদ্যা ৰূপ শিবে ক্ষেমঙ্কৰী॥
কুল কুণ্ডলিনী শক্তি আনন্দ ৰূপিণী
চিদানন্দা সদানন্দা পতিত পাবণী॥
নমোপ্ৰাণ অগ্নিৰূপে দীপ শিখামূৰ্ত্তি।
পঞ্চকোষ দেহেবাস বাক্য সৰস্বতী॥
প্ৰণামো আনন্দময়ী সৰ্ব্ব বেদাশ্ৰয়॥
দীনহীন পতিতক দিয়ো পদাশ্ৰয়॥
দাঁৰদ্ৰৰ প্ৰতিমাতা, শুভ দৃষ্টি কৰিদেখা,
দৈত্যে পৰাজিলে ৰক্ষাকৰা।
চৰাচৰ শক্তিতুমি, চৰণে পশিলো আমি,
ব্ৰহ্মাণ্ডৰ বল বীৰ্য্য ধৰা।
সুখীজণে ভজিপদ, খণ্ডাই সংসাৰ বন্ধ,
দুঃখী ভজি দুঃখে হোৱেপাৰ।
ভজি ভয়াতুৰ জন, ভয়হন্তে পাৱে ত্ৰাণ,
শোকমোহ দুঃখহয় দুৰ॥

মোক্ষ কামী সঙ্গএৰি, মান সুখত্যাগ কৰি,
সংসাৰ সমুদ্রে হোৱে ত্রাণ।
তুমি জগতৰ ধাত্রি নিজ বীর্য্যে কৰি সৃষ্টি,
বিষ্ণুৰূপে কৰাহা পালন॥
কালৰূপ ধৰি কালে, সংহাৰ কৰাহা ভালে
চৰাচৰ অখিল জগত।
মূঢ়জনে কিবা শক্তি, বর্ণিবাক ভগবতী,
তযুইচ্ছা বিচিত্র চৰিত॥
অজভব হৰি যম, বৰুণাগ্নি সূর্য্য সোম,
আমি ইন্দ্র মুনিয়ো নজানে।
আগম নিগম শাস্ত্র, নজানে তোমাৰ ধার্য্য
মহা ভাব বেদেয়ো নিচিনে॥
তযু ভক্তি ৰত যিটো, জগততে ধন্য সিটো,
সিটো জন পৰম মহন্ত।
তযুভক্তি হীন যিটো, সিটো জন কদাপিতো,
ভব সমুদ্রত নতৰন্ত॥
শী তল ব্যজন বাত, চামৰে ধুলাই যাক,
ডোলা ঘোড়া শিবিকা বহিলৈ।
ভৈল সিটো ধন্য ধন্য, ভাজলন্ত অনুক্ষণ,
পূর্ব্ব জন্মে বহু তপ কৈল।

বিলাসিনী বেশ্যা যিটো, বিলাসে পূজিল সিটো,
আবে ভৈল ৰাজাৰ মহিষী।
ইহকালে সিটো জন, সৰ্ব্বত্ৰতে মান্যমান,
অন্যে তাঙ্ক পূজে দিবা নিশি ॥

## অথ দেবীৰ আবিৰ্ভূত ॥

### পদ।

ব্যাস নিগদতি ইন্দ্ৰে যেবে স্তুতি কৈল।
চতুৰ্ভূজা দেবী তৈত আবিৰ্ভূত ভৈল ॥
সিংহ পৃষ্ঠে আৰোহণ আনন্দে বিহৰি।
শঙ্খ চক্ৰ গদা পদ্ম হাতে অস্ত্ৰ ধৰি ॥
পুণ্ডৰীক আখ্য ৰক্তবস্ত্ৰ পৰিধান।
কণ্ঠে বনমালা অঙ্গে বিবিধ ভূষণ ॥
দেবতাক মাতি পাছে বুলিলা তখন।
উপায় কৰিব ভয় এৰা,দেবগণ ॥
দেবক সম্বুধি পাচে সিংহ পৃষ্ঠে চড়ি।
দৈত্যৰ সমীপে শীঘ্ৰ গৈল মহেশ্বৰী ॥
প্ৰহ্লাদ প্ৰমুখ্যে যত দানব আছিল।
দেবীক আগতে দেখি ধাতু উড়ি গৈল ॥

কিকাৰব কিহইল আইল নাৰায়ণী।
নজানো কিকৰে আজি মহেশ মোহিণী ॥
দেবক ৰাখিবে লাগি চণ্ডিকা আস্নিল।
এহি ৰূপে পৰস্পৰে বিচাৰ কৰিল ॥
মহিষ মৰ্দ্দিনী চণ্ড মুণ্ড বিনাশিনী ॥
সকলোকে ধ্বংস আজি কৰিবে ভবাণী ॥
যাহাৰ কটাক্ষে মধুকৈটভ নিহত।
অম্বিকা সবাকে আজি কৰিবে বিঘাত ॥
এতেক আতুৰ দেখি দৈত্য সমস্তক।
সম্বুধিয়া প্ৰহ্লাদে বুলিলা তাসম্বাক ॥
যুদ্ধ নাকৰিহ নপলাহ দৈত্য যত।
পলায়ণ আৰু তাঙ্ক বাক্য অনুচিত ॥
ইৰূপ কৰিলে জগদ্ধাত্ৰী ক্ৰুদ্ধা হুইবে।
চক্ষু পলকতে সৰ্ব্ব সংহাৰ কৰিবে ॥
দুঃখ নোহে হেন কাৰ্য্য কৰিবে লাগয়।
পাতালে পশহ সবে তেবে ৰক্ষা হয় ॥
সেই হেতু তাঙ্ক স্তুতি নতি কৰি চাও।
তান আজ্ঞা লই সবে পাতালত যাও ॥

# প্ৰহ্লাদৰ স্তুতি ॥

## পদ ।

জগত জননী দেবী তুমি মহা মায়া ।
সৃষ্টি স্থিতি প্ৰলয কাৰিণী কাল ছায়া ।
ভকত অভযদাত্ৰী সবাৰ জননী ।
প্ৰণামোহো সৰ্ব্ব শক্তিৰূপী নাৰাযণী ।
এত বলি প্ৰণামিল প্ৰহ্লাদ সুজন ।
বিষ্ণু ভক্ত পৰমাৰ্থ তত্ত্বি মহাজন ॥
হাত যুৰি নম্ৰ ভাবে স্তুতি অৰম্ভিল ।
দুই চক্ষু হন্তে প্ৰেম লোতক জৰিল ॥
ইটো চৰাচৰ যাৰ সৰ্প মালা যেন ।
সৰ্ব্ব অধিষ্ঠাণ ৰূপে কৰোহো প্ৰণাম ।
স্থাবৰ জঙ্গম যত চৰাচৰ বিশ্ব ।
অন্যক নিমিত্ত কৰি সৃজিছে সমস্ত ।
প্ৰণামোহো মহামায়া সবাৰ জননী ।
দেব দৈত্য আদি সমস্তৰ শিৰোমনি ॥
সতো জনে স্বধৰ্ম্মে আছুয জগদ্ধাত্ৰি ।
তোমাৰ কিভেদ দেব দৈত্য উভয়তি ॥

দুৰ্জন সুজন পুত্ৰ মায়েৰ সমান।
সিমতে তোমাৰ দেব দৈত্যে নাহি ভিন্ন ॥
যিৰূপ হউক দৈত্য তোমাৰেসে পুত্ৰ।
বিশ্বব জননী তুমি আদিমূল সূত্ৰ ॥
দেবতা যিৰূপ সদাকাল আত্মস্বাৰ্থী।
দানবো সিৰূপে নিজ উপকাৰ অৰ্থী ॥
মোহজালে দৈত্য দেবতাৰ অন্তৰ নাই।
দিবানিশি ধনদাৰাপত্য লোভে ৰয় ॥
দেবতা কশ্যপে জাতআমিও তাহাতে।
এতেকে তোমাৰ মাতা বিৰোধ কিমতে ॥
তোমাতে উদ্ভব আই জগত সংসাৰ।
বিহিত নহয় মাতা বিদ্বেষ তোমাৰ ॥
দেব অসুৰক সময়ন্তি কৰা যোগ্য।
এহিসে বিহিত কাৰ্য্য তোমাৰ উচিত ॥
দেবনৰ সবে আই গুণতে উৎপত্তি।
দেবদৈত্য দেহধাৰী সগুণ প্ৰকৃতি ॥
কাম ক্ৰোধ লোভ মোহ সৰ্ব্ব দেহে স্থিত।
এতেকতে অবিৰোধী জন আছে কৈত ॥
তুমি আমাসাক দ্ৰোহী মানিছা জননী।
দেখিযুদ্ধ বিসম্বাদ বিভৰ কাৰুণি ॥

যুদ্ধহেতু মাতা তুমি দেখিছা বিৰোধ।
নতুবা গিয়াতি দ্বন্দ নাহি হয়বোধ॥
আমি ধর্ম্মজানো আই! ইন্দ্রতো কহিছো।
তথাপিতো ভোগলাগি কলহ কৰিছো॥
তুমিবিনে সংসাৰত এক কেহোনাই।
লালশা নিবৃত্তি কৰে কাৰ শক্তি আই॥
পূৰ্ব্বে দেবাসুৰে কৈল সমুদ্র মথণ।
বিষ্ণু জন্মাইল ভেদ বান্তি সুধাধন॥
ঐৰাবত কামধেনু পুষ্প পাৰিজাত।
উচ্চৈ শ্রবা আদিৰত্ন দেবক দিলন্ত॥
কপটী মাধবে ছলে কৈল হেন ৰীত।
দেবতা অন্যায় কৰে দেখিয়ো ধর্ম্মত্ত্ব॥
দেবক স্থাপিল বিষ্ণু অন্যায় বলত।
দৈত্য ভৈল পৰাজয় দেখা ধৰ্ম্মতত্ব॥
কৈত ধৰ্ম্ম কিবা কৰ্ম্ম সাধুকোন জন।
মিমংসা শাস্ত্রৰ মত কহো কাৰস্থান॥
তর্ক্ক বাদী যুক্তিবাদী আৰু বেদ বাদী।
সকলে কহন্ত বিশ্ব জড় মায়াকৃতি॥
একজন কৰ্ত্তা ভৈলে সংসাৰ ভিতৰে।
একধৰ্ম্মে বিৰোধ কিৰূপ হুইবে পাৰে॥

বেদ শাস্ত্র একমতি কদাপি নোহয়।
বেদজ্ঞ পণ্ডিতো এক বাক্য নকহয়॥
জঙ্গম স্থাবৰ আদি সবে চৰাচৰ।
সৰ্ব্ব আত্মস্পৰ্শী মাত্ৰ সংসাৰ ভিতৰ॥
স্পৃহা হীন কোনো না হইল না হইব।
বৈকাৰিক দেহে মাত্ৰ কিমতে সম্ভব॥
শচীপতি গুৰু ভাৰ্য্যা বলে হৰি নিল।
বাসবে গৌতম ভাৰ্য্যা জাতি ভ্ৰষ্ট কৈল॥
ভাতৃবধূ বৃহস্পতি কৈল বলাৎকাৰ।
গৰ্ভৱতী বুধ পত্নী নসহে শৃঙ্গাৰ॥
গৰ্ভৰ বালকে শাপি কণা কৰিলন্ত।
বৈকাৰিক দেহে স্পৃহা সবাকে আছন্ত॥
চক্ৰ হানি বিষ্ণু শিৰ ছেদিল ৰাহুৰ।
ব্ৰাহ্মণীৰ শিৰ কাটিলন্ত দামোদৰে॥
মোৰ নাতি বলী সত্য ব্ৰত পৰায়ণ।
যজ্ঞ দান পতি দেব পূজক উত্তম॥
ধৰিয়া বামন ৰূপ হৰি ছল কৈল।
ৰাজ্য ধনে বলীৰাজে বঞ্চিত কৰিল॥
বিনা অপৰাধে সত্বগুণী গদাধৰ।
বৈকাৰিক দেহেকৰে ইৰূপ আচাৰ॥

তথাপি কৰ্ম্মাত্মা দেব কহে জ্ঞানীজন।
দেবতা ধৰ্ম্মত আছে বোলে সৰ্ব্বজন ।।
জয়ন্তীক চাটু কৰাই ধৰ্ম্ম ভৈল ক্ষয়।
তথাপি বাসব ধৰ্ম্মবন্ত বুলি কয়॥
দেবতাৰ মধ্যে দেখো যতেক অকথা।
তাৰ শত গুণ নৰলোকে নাহি মাত্ৰা॥
আকে চাই জগদ্ধাত্ৰী যিবা ইচ্ছা কৰা।
সবে দৈত্য শৰনীয়া ৰাখা কিম্বা গাৰা॥

## দেবীৰ উত্তৰ ॥

## পদ।

প্ৰহ্লাদৰ স্তবে তুষ্ট ভৈলন্ত ভবানী।
কহিল পাতালে বাস কৰহ এখনি॥
নির্ভয়ে বিৰহ তৈত যেনে খুচি হয়।
কাল অপেক্ষিয়া সবে থাকিবে লাগয়॥
অলোভীৰ সুখ দৈত্য সৰ্ব্বত্ৰে আছয়।
লোভী হুই ত্ৰিদস পতিত্ত দুঃখ পায়॥
সুখ দুঃখ নুভুঞ্জিলে স্পৃহা নপলায়।
এতেকে পাতালে আবে পশিয়ো সবায় ॥

মোৰ আজ্ঞা শিৰে ধৰি লোভ ত্যাগ কৰ।
পৃথিবী তিয়াগি চল পাতাল নগৰ ॥
দেবী বাক্য শুনি ততক্ষণে দৈত্য চয়।
দেবীক প্ৰণামি সবে পাতালে পশয় ॥
দেবতাক ৰাখি পাচে জগত জননী।
পাতালে খেদিল সবে দৈত্য চুড়ামণি ॥
অন্তৰ্ধান ভৈল তৈতে ব্ৰহ্মাণ্ড ঈশ্বৰী।
যুদ্ধ শান্তি ভৈল নৃপ সেহিদিন ধৰি ॥
দেব দানবৰ যুদ্ধ ভৈল উপসন।
বিতলত ৰাজাভৈল প্ৰহ্লাদ সুজন ॥
যিটোজনে শুনে যিটো কৰয় কীৰ্ত্তন।
মিলয়পৰম পদ দুঃখ বিমোচন ॥
পঞ্চদশ অধ্যপদ যুদ্ধ শান্তি নাম।
ভণিল গোপালে ডাকি বোলা ৰাম ৰাম" ॥

## অথ হৰি জন্ম ৰহস্য ॥

### পদ

জন্মেজয় বদতি শুনিয়ো মুনিবৰ।
ভৃগুশাপে হৰিজন্মে ভৈল কিপ্ৰকাৰ ॥

পাপত লাগন্ত জুই সুখ আগমন।
হৰিগুণ লীলামুনি কৰিয়ো কীৰ্ত্তন ॥
ব্যাস দেব কহেশুনা অবতাৰ কথা।
কোন যুগে কোন ৰূপে ভৈলন্ত সৰ্ব্বথা ॥
কোন মন্বন্তৰে কোন কাৰ্য্য উপক্ৰিয়া।
নাৰায়ণ অবতাৰ কহো সংক্ষেপিয়া ॥
চাক্ষুষ মনুৰ দিনে নৰ নাৰায়ণ।
ধৰ্ম্মৰ তনয় দুই ভৈল অবতীৰ্ণ ॥
এহি বৈবস্বত কালে দ্বিতীয় দ্বাপৰে।
ব্ৰহ্মাৰ নন্দন অত্ৰি ভাৰ্য্যাৰ উদৰে ॥
দত্ত ত্ৰেয় নামে পাছে ভৈলা অবতাৰ।
অনসুয়া নামে ভাৰ্য্যা প্ৰাৰ্থিলন্ত তাৰ ॥
ব্ৰহ্মা বিষ্ণু মহেশক পুত্ৰবাঞ্চা কৈল।
তিন দেব তিনিঅংশে জনম লভিল ॥
সোমৰূপে ব্ৰহ্মা, দত্তাত্ৰেয় স্বয়ংহৰি।
ৰুদ্ৰ ৰূপে দুৰ্ব্বাস ভৈলন্ত অবতৰি ॥
চতুৰ্থে নৃসিংহৰূপ স্তম্ভৰ ভিতৰ।
হিৰণ্যকসিপু বধ কৈলা গদাধৰ ॥
পঞ্চমত বামন ত্ৰেতাত ছলি বলী।
একাদশ ত্ৰেত পৰশুৰাম মহাবলী ॥

সপ্তবিংশ ত্রেতা দশৰথ ৰাজা ঘৰে।
জন্মিলন্ত হৰি শ্ৰীৰাম ৰূপ ধৰে ॥
এহি অষ্টাৰিংশে নৰনাৰায়ণ অংশে।
শ্ৰীকৃষ্ণ অৰ্জ্জুন ভৈল কুৰু যদু বংশে ॥
এহিৰূপে যুগে যুগে হৰি অৱতাৰ।
বহুকালে জন্মে যেন প্ৰাকৃতিক নৰ ॥
কুৰু ক্ষেত্ৰে মহাযুদ্ধ কৰিলা দাৰুণ।
ভাৰ হৰিবাক অৱতাৰ কৃষ্ণাৰ্জ্জুন ॥
অখিল ভুবন ৰাজ প্ৰকৃতিৰ বশ।
তান যেন ইচ্ছা ভ্ৰমাৱন্ত অহৰ্নিশ ॥
পূৰ্ব্বে যেবে চৰাচৰ জগত সৃজিল।
তাৰ ভাব বুজা অতি অসাধ্য কেবল ॥
নিৰালম্ব নিৰঞ্জন নাম গন্ধহীন
প্ৰকৃতি সংযোগে কৰে উপাধি ধাৰণ ॥
কালে ভিন্নৰূপে হয় প্ৰকৃতি প্ৰকাশ।
প্ৰকৃতিৰ হন্তে সৃষ্টি স্থিতি কালে নাশ ॥
কল্পান্তে সংসাৰে সেহি ত্ৰিগুণ পৰমা।
তাৰ বলে সৃজে ব্ৰহ্মা বিষ্ণুয়ে পালনা ॥
কাল ভৈলে ৰুদ্ৰো কৰে সবে সংহাৰণ।
তাৰ আদিমূল আৰু নাহি কোনজন ॥

এহিৰূপে সুখ দুঃখ ভোগ সংসাৰত।
বিধি তন্ত্ৰমতে ৰাজা হোৱন্ত সমস্ত ॥
ষোড়শ অধ্যায় জন্ম ৰহস্য প্ৰকাশ।
গাইল গোপালে নিবন্ধিল বেদ ব্যাস ॥

## জন্মেজয়ৰ প্ৰশ্ন ॥

### পদ।

জন্মেজয় পুছে কি কৰিলা নাৰায়ণ।
ইন্দ্ৰ বাৰাঙ্গানা যেবে কৰিল কামন ॥
অকলে কিৰূপে তুষ্ট কৰিল সবাক।
নতু কিবা অভিশাপ দিল তাসম্বাক ॥
ভাতৃনৰে তাঙ্ক যেবে নিবাৰণ কৈল।
সেই বেলা নাৰায়ণে কিকথা কহিল ॥
মুনিয়ে শঙ্কল্প কৰি যাহাক স্ৰজিল।
উপযাচি ইন্দ্ৰ স্থানে যাইবে আজ্ঞা দিল ॥
ইন্দ্ৰ কি বিহাইল তাঙ্ক কিম্বা নাৰাখিল।
কোন্ মতে উৰ্ব্বশীৰ সংস্থান হুইল ॥
ইন্দ্ৰে আৰু যিতোসব পূৰ্ব্বে পঠাইল।
সিসবক নাৰায়ণে কিবা বুজাইল ॥

ব্যাসদেব কহেনৃপ শুনিয়ো উত্তৰ।
ধৰ্ম্মপুত্ৰ চৰিত্ৰ বিস্তৰি সাৰে সাৰ॥
ক্ৰোধ শান্তিভৈল যেবে ধৰ্ম্মৰ তনয়।
অল্প মৃদুমন্দ হাসি বচন বোলয়॥
এহিজন্মে শঙ্কল্প ধৰিছো কন্যা গণ।
দাৰ পৰিগ্ৰহ আমি নকৰো কথন॥
এতেকে মোহোক কৃপা কৰি সৰ্ব্বজন।
আপোন আলয়ে সবে যাহ এতিক্ষণ॥
তুমি সবে ধৰ্ম্ম জ্ঞানী ধৰ্ম্ম সুবিদিত।
পৰব্ৰত ভঙ্গ কাৰ্য্য নকৰ কশ্চিত॥
শৃঙ্গাৰ কৰিলে হৱে চিৰস্থায়ী ৰতি।
কিৰূপে কৰিবহেন সম্বন্ধ যুবতী॥
কাৰণ বিনাই কাৰ্য্য নোহন্ত নিশ্চয়।
কৰিবে কহন্ত সব চিৰস্থায়ী ভাৱ॥
সৰ্ব্বাঙ্গ সুন্দৰ লোক ধন্য মহীতলে।
অকৃত্ৰিম প্ৰীতি পাত্ৰ ৰমনীৰ দলে॥
তোৰা সবে কৃপাকৰি ব্ৰতৰক্ষা কৰ।
পৰজন্মে বীৰ্য্যবন্ত পতি হইবো তোৰ।
অষ্টাবিংশ দ্বাপৰ যুগত মহীতলে।
দেবকাৰ্য্য লাগি জন্ম হইবো সেহি কালে॥

ৰাজাৰ নন্দিনী হুই মোহোক পাইবা৷ ।
পৃথক পৃথক জন্মি মোৰপত্নী হুইবা ॥
এহিৰূপে ঋষি যেবে আশ্বাস দিলন্ত ।
পৰজন্মে আশাকৰি সবেয়ো গৈলন্ত ॥
বদৰিকা ত্যাগি সবে অম্ৰাবতী গৈল ।
আদিঅন্ত সমস্ত বাসব আগে কৈল ॥
আদ্যোপান্ত বিবৰি শুনিল ইন্দ্ৰদেব ।
উৰ্ব্বশীক লভি পুনু পাইল উৎসব ॥

## কৃষ্ণ অবতাৰ কথন ॥*॥

### পদ ।

ব্যাসদেব কহে ইন্দ্ৰ কৰন্ত আক্ষেপ ।
হৰি হৰি কিনো তপ বলৰ মাহাত্ম ॥
যিটো জনে ইহেন উৰ্ব্বশী জনমাইল ।
ধন্য বীৰ্য্য ধৈৰ্য্যবন্ত মুনিমহা বল ॥
এতেক বুলিয়া স্তুতি কৰি সুৰপতি ।
উদ্দেশে মুনিৰ পদে কৰিল প্ৰণতি ॥
নাৰায়ণো পুনু তপস্যাত প্ৰবৰ্ত্তিল
শুনা তাতপাচে ৰাজা যেনকথা ভৈল ॥

পৰে নৰনাৰায়ণ অংশৰূপ ধৰি।
ভূমি ভাৰ হৰিবে ভৈলন্ত অৱতৰি ॥
ভৃগুশাপে কৃষ্ণার্জ্জুন ৰূপে মহাৰাজ।
অবতাৰ ভৈল দুয়ো ভাৰতৰ মাজ ॥
জন্মেজয় কহে দেব কৃষ্ণৰ চৰিত।
বিস্তৰি বৰ্ণিয়াকৰা সন্দেহ খণ্ডিত ॥
যাহাৰ তনয় ভৈল শ্ৰীহৰি অনন্ত।
সমস্ত ব্ৰহ্মাণ্ড বল যাহৰ দেহত ॥
হেনকৃষ্ণে পুত্ৰলভি দৈবকী সুদেৱ।
কেনে এতদুঃখ ভাগী ভৈল শুকদেব ॥
কংসঘৰে বহুবৰ্ষ শৃঙ্খলে বঞ্চিল।
সাক্ষাতে ঈশ্বৰ পুত্ৰ হেনদুঃখ পাইল ॥
মথুৰাত জন্মি কেনে গোকুলো গৈলন্ত।
পিতৃভূমি এৰি দেশান্তৰি ভৈল তৈত ॥
দ্বিজ শাপে কুল ধ্বংস কিহেতু কৰিল।
ভাৰহৰি দেহ ত্যাগি বৈকুণ্ঠে চলিল ॥
পাপভৰে বসুমতী কাতৰ হইল।
কৃষ্ণার্জ্জুন অবতৰি ভাৰগুছাইল ॥
নিজপত্নী লুণ্ঠন কৰিল যেবে দৈত্য।
সিটো পাপ হৰি কেনে নকৈল নিহত ॥

ভীষ্ম দ্রোণ কর্ণবীৰ বাহ্লিক বিকর্ণ ।
বিৰাট দ্রুপদ সোমদত্ত ধৃষ্টদ্যুম্ন ॥
ইটোসব বধি ভাৰ হৰিল ভূমিৰ ।
দস্যুবধি ভাৰকেনে নখণ্ডে ধৰাৰ ॥
পতিব্রতা কৃষ্ণ পত্নী কেনেদুঃখ পায় ।
ইসব সন্দেহে চিত্ত চঞ্চল হোৱয় ॥
ধর্ম্ম আত্মা বসুদেব পুত্র লাগি দুঃখী ।
তাঙ্ক এৰি কেনে হৰি ভৈল মৃত্যুমুখী ॥
কৃষ্ণ ভক্ত পাণ্ডব সর্ব্বদা দুঃখ পায় ।
ভাগ্যবতী দ্রৌপদীৰো দুঃখে কাল যায় ॥
লক্ষ্মীঅংশে যজ্ঞ মণ্ডপত যিটো জাত ।
স্নানকালে দুঃশাশনে ঘসাইলে কেশত ॥
ৰজস্বলা নাৰী সভা মাঝেটানি নিল ।
বিৰাট নগৰে আৰু কীচকে খেদিল ॥
বনমাঝে জয়দ্রথে কৈল অপমান ।
পাঞ্চ পুত্র দ্রোণী ধৰি কৰিল নিধন ॥
বাল্যকালে সুভদ্রাৰ পুত্রক বধিল ।
দৈবকীৰ ছয়পুত্র কংসে নিপাতিল ॥
সিমতে যাদবকুল শাপতে ডুবিল।
হৰি যদি সমর্থ প্রাক্তন নখণ্ডিল ॥

কুলক্ষয় পত্না চোৰ দৈবৰ কাৰণ ।
স্বয়ং বিষ্ণু নাৰায়ণ ঈশ্বৰ যিজন ।
দাসৰূপে সদা উগ্ৰসেণক সেবন্ত ।
ইসব ব্যভাৰে দেব সংশয় বাঢ়ন্ত ॥
ব্যবহাৰে জন্তু সম দেখি নিৰন্তৰ ।
হৰ্ষ শোক আদিভাব কিহেতু হৰিৰ ॥
হৰি ঈশ্বৰৰ জন্ম কেনে অন্য গতি ।
অলৌকিক কৰ্ম্মকৈল পৃথিবীত অতি ॥
আয়ুহীন দৈত্যক বধিল মহাক্লেশে ।
যবনক ভয়েপাছে পলাইল বিদেশে ॥
ৰুক্মিণীক চুৰিকৰি কৈল পলায়ণ ।
চোৰ সম আচৰণ কৰে ভগবান ॥
জ্ঞাতি গোত্ৰ সমে ত্যাগি মথুৰা মণ্ডল ।
জৰাসন্ধ ভয়ে দ্বাৰাবতী পলাইল ॥
যদিহৰি স্বয়ঙ্গে ঈশ্বৰ ভগবাণ ।
তেবে কেনে নজানিল ইহাৰ কাৰণ ॥
তেবে কি ঈশ্বৰ শক্তি থাকিল হৰিত ।
ব্ৰজ গোপালৰ কাৰ্য্য কহিয়ো কিঞ্চিত ॥
এহিৰূপে মোৰ বহু সন্দেহ জন্ময় ।
আৰুএক কথা মনে গুপুতে আছয় ॥

পাঞ্চালীৰ পঞ্চ ভৰ্ত্তা লোকে কুৎসা কৰে।
সদাচাৰে ভালমন্দ জ্ঞানীৰ বিচাৰে॥
সমৰ্থ হইয়ো কেনে পশু ধৰ্ম্মেৰত।
ইহাৰ কাৰণ বিস্তাৰিয়া কহা মোত॥
দেবৰূপী ভীষ্মে বা কি কৈল ভূমিতলে।
বংশৰক্ষা কৰাইল জাৰজ কৌশলে॥
জহৰা বিধৰ্ম্ম অতি কহে মুনিগণ।
হেনশুনি কৰে ব্যাস সেমেনা সেয়েন॥
যি কোন উপায়ে যদি পুত্ৰ উৎপাদান।
কুল ধৰ্ম্ম নষ্ট পিতৃ নৰকে পতন॥
সপ্তদশ অধ্যাপদ পৰম ৰহস্য।
জন্মেজয় প্ৰশ্ন তৰ্কবাদ মুনিভাষ্য॥
ভণিল গোপাল দেব পদ নিৰ্ব্বন্ধনে।
বোলা ৰাম ৰাম ডাকি সপ্ত সাধুজনে॥

## কৃষ্ণজন্ম ৰহস্য। ❋

### পদ।

ব্যাস নিগদতি ৰায় কৃষ্ণৰ চৰিত্ৰ।
অবতাৰ কাৰণ শুনাহা অদ্‌ভূত॥
পাপ ভৰে আক্ৰান্ত হইয়া বসুমতী।
গাভী ৰূপ ধৰি পূৰ্ব্বে গৈল অম্ৰাবতী॥

বাসবে পুচিল দেৱী কিবৈল তোমাৰ।
কিবা ভাৰ পাই দুঃখ ভৈল বসুন্ধৰ ॥
হেনশুনি কহেদেৱী শুনা পুৰন্দৰ।
কিবা সোধা দুঃখকথা মহাভাৰ মোৰ ॥
মাগধত মহাপাপী দুষ্ট জৰাসন্ধ।
শিশুপাল কাশিৰাজ ৰুক্মি বলবন্ত ॥
নৰ্কাসুৰ কংস ৰাজ শাল্ব শৈল্য দৈত্য।
দুষ্ট কেশী ধেনুক বৃক ভগদত্ত ॥
ইটোসৰ্ব্ব স্বামী মোৰ সবেধৰ্ম্ম হীন।
পৰস্পৰ সৰ্ব্বদা বিৰোধি কালে যম ॥
অহঙ্কাৰী পাপাচাৰী উন্মত্ত পামৰ।
ইসবৰ ভৰে পীড়া পাইছো দোৰ্ঘোৰ ॥
পাপ ভৰা সহিবাক নাহিকে শকতি।
কিকৰিবো কৈক যাইবো মোৰ চিন্তা অতি ॥
পূৰ্ব্বে কাশ্যপৰ পুত্ৰ হিৰন্যক্ষ দৈত্য।
বলে ডুবাইল যেবে প্ৰলয় জলত ॥

* ইহাৰ দ্বাৰা বুজাই ৰাম অবতাৰৰ
পৰে দ্বাপৰৰ অদিত পৃথিবীয়ে প্ৰাৰ্থনা
কৰাগৈ ন.ই দ্বাপৰৰ শেঃত হে গৈছিল,
কাৰণ এই ৰজাবিলাক মাত্ৰ ১০০ বৰ্ষ আছিল

বৰাহ ৰূপত হৰি উদ্ধাৰ কৰিল ।
পৃথিবী স্বৰূপে স্থিৰ কৰিয়া ৰাখিল ॥
ভবিষ্যতে অষ্টাবিংশ কলি আগমনে ।
ভৰাপাই পুনু পশো পাতাল ভূবনে ॥
কান্দাৰী স্বৰূপে ত্ৰাণ কৰা সুৰপতি ।
দুঃখ দুৰকৰা মোৰ কৰিছো প্ৰণতি ॥
ইন্দ্ৰকহে দেবী মই কিকৰিবে পাৰো ।
চলা ব্ৰহ্মা স্থানে দুয়ো নিবেদন কৰো ॥
এত শুনি ধৰাচলি গৈল ব্ৰহ্মালোক ।
দেবৰাজো পাছে পাছে গৈলন্ত তথাক ॥
পৃথিবীক আগেদেখি ব্ৰহ্মা বোলে বাণী ।
দুঃখ পাই আইলা হেথা ধ্যানে আছো জানি
কোনে আচৰন্ত দ্ৰোহ কিবা দুঃখ ভৈল ।
কিবা পাপ হেতু পীড়া লভিছা প্ৰবল ॥
ধৰিত্ৰী কহয় দেব কৰিআছা মনে ।
পাইছোহো ভয় আতি পাপৰ কাৰণে ॥
কলিকালে পাপাচাৰী হুবে সৰ্ব্বপ্ৰজা ।
সৰ্ব্বদা বিৰোধী দুৰাচাৰী সবে ৰাজা
পুৰ্ব্বজন্মে বৈৰীসব ৰাক্ষস দুৰ্জ্জন ।
চৌৰ হিংসাবৃত্তি ৰত নাহি ধৰ্ম্মে মন ॥

সিসবাৰ পাপভৰে হইছো দুর্ব্বল।
দুষ্ট ৰাজা বধিৰক্ষা কৰা মহাবল॥
ব্রহ্মা বোলে ভাৰহৰা মোৰ শক্তি নাই।
চলাদেবী বিষ্ণুৰ সদনে সবে যাই॥
বিষ্ণু কৰিবন্ত ভাৰহৰ নৰকার্য্য।
পূর্ব্বাবধি আমিয়ো ভাবিছো হৃদিমাজ॥
এতকহি হংসেচড়ি দেব চতুৰ্ম্মুখ।
বিষ্ণুৰ সদনে গৈল পৃথিবী সহিত॥
দেবতাৰ শ্রেষ্ট দেব দেব জগন্নাথ।
নমিলন্ত ব্রহ্মা প্রেম ভকতি সহিত।
সহস্র শিৰিষ তুমি সহস্র চৰণ।
আদিদেব সনাতন পুৰুষ প্রধান॥
ভুত ভবিষ্যত বর্ত্তমান যত কিছু।
সর্ব্বত্রতে অধিষ্ঠাতা তুমি মহাপ্রভু॥
আমাকো অমৰ তুমি দিছা ৰমাপতি।
ত্রিজগতে তোমাৰ মহিমা জানেকৈতি॥
তুমি ধাতা হর্ত্তা কর্ত্তা সকলৰ গতি।
পৰম পুৰুষ তুমি দেব জগৎপতি॥
এতস্তুতি যেবে কৰিলন্ত ব্রহ্মা দেব।
তুষ্ট হুই পাছে দেখা দিলন্ত কেশব॥

প্রসন্ন বদনে আগমন জিজ্ঞাসিলা।
কিহেতু আসিলা ব্রহ্মা বিস্তৰিয়া বোলা ॥
পৃথিবীৰ দুঃখ স্মৰি ব্ৰহ্মা নিবেদিল।
ভাব হৰণৰ কাৰ্য্য তোমাৰ কেবল ॥
দ্বাপৰ অন্তৰে দেব কলিৰ আদিত।
ধৰিবাহা অবতাৰ ভাৰত মাঝত ॥
দুষ্ট দৈত্য বধিভাৰ হৰা ধৰণীৰ।
ভাৰহৰি এথাতে আসিবা পুনৰ্ব্বাৰ ॥ *

## বিষ্ণুৰ উত্তৰ ।

বিষ্ণু কহে শুনা ব্ৰহ্মা আমাৰ উত্তৰ।
তুমি আমি শিব কেহো নুহি স্বতন্তৰ ॥
ইন্দ্ৰ অগ্নি বায়ু যম বৰুণ মাৰ্ত্তণ্ড।
সবে যোগমায়াবশ স্থাবৰ পৰ্য্যন্ত ॥
আব্রহ্ম জগত চৰাচৰ যত মান।
তিনিগুণ সূত্রে গাঠি কৰিছে সৃজন ॥
যেবে যাৰ যেহি ইচ্ছা সিৰূপে কৰয়।
তান ইচ্ছামতে আমি সবে প্ৰবৰ্ত্তয় ॥
যদি আমি স্বতন্ত্র ভৈলোহো প্ৰজাপতি।
কেনে মৎস কচ্ছপ হৈব মহামতি ॥

তিৰ্য্যগ যোনিত কিবা ভোগ কিবা সুখ।
কিবা যশ কীৰ্ত্তি তাত আপুনি সমুখ ॥
কেনেবা নৃসিংহ ভৈলো কেনেবা বামন।
কৰিলো নৃশংস কাম হুই পৰশুৰাম ॥
ক্ষত্ৰিয়ৰ ৰক্তে খাল বিল ভৰাইলো।
পৰশুকুঠাৰে গৰ্ভছিন্দিয়া মাৰিলো ॥
ৰামৰূপে দণ্ডকা অৰণ্যে প্ৰবেশিলো।
লেঙ্গুটী মাৰিলো জটাবাকলি পিন্ধিলো ॥
অসহায় পন্থহীন ভীষণ কাননে।
বৃক্ষপত্ৰে ছালি বান্ধি থপোৰাত্ৰি দিনে ॥
মায়ামৃগ চিনিবাক নভৈল শকতি।
কুটিৰে জানকী এৰি খেদিগৈলো তথি ॥
লক্ষ্মণো এৰিলতাঙ্ক মোৰ পাছে ধাইল।
ভিক্ষুকৰ বেশে সীতা ৰাবণে হৰিল ॥
কান্দিল জানকী আতি অনাথিনী প্ৰায়।
বনে বনে দুঃখে কান্দি বিচাৰিলো ময় ॥
সুগ্ৰীবক মিত্ৰকৰি বালিক বধিলো।
বানৰ সহায়ে লঙ্কানগৰে পশিলো ॥
ইন্দ্ৰজিতা হাতে নাগ পাশে বন্দিভৈলো।
মৰাহেন দুই ভাই নিঢলি পৰিলো ॥

সকলো বানৰে দেখি ভৈলন্ত দুঃখিত।
গৰুণ্ড পক্ষীয়ে পাচে কৰিল মুকুত॥
ধনহীন ৰজ্যহীন ক্লেশ অতিশয়।
ভাগ্যে দৈব বলে কিন্তু যুজে ভৈলো জয়।
তাতপাচে অপ্প কাল সুখে বিহৰিলো।
পুনৰপি সীতা ত্যাগি দুঃখকেসে পালো।
ৰাম অবতাৰে মোৰ দুঃখে দিন গৈল।
পৰতে ভ্ৰমো সদা স্বতন্ত্ৰ কিভৈল॥
তুমি আমি ৰুদ্ৰ সৰ্ব্ব দেব আদিকৰি।
পৰ তন্ত্ৰে বৰ্ত্তোসবে পৰাধীনো পৰি॥
অষ্টাদশ আধ্যা ভূভাৰণ কাম্য নাম।
বৰ্ণিল শ্ৰীবেদব্যাসে বোলা ৰাম ৰাম॥

## বিষ্ণুৰ মায়া আৰাধন॥

এহিমতে বিষ্ণু পুনু ব্ৰহ্মাক সম্মুখি।
কহিবে লাগিলা পাচে মায়াক আৰাধি॥
যিটো মায়া মোহে সৰ্ব্ব জগত মোহিত।
তাৰতত্ত্ব উৱাধি নপাও কোনে কৈত॥
আমি জগতৰ গুৰু পৰম পুৰুষ।
চিদ্বানন্দ পৰম প্ৰশান্ত সৰ্ব্ব ঈশ॥

ময়েব্ৰহ্মা ময়েবিষ্ণু মইমহেশ্বৰ।
জনম লভিলে জ্ঞান হৰয় মোহোৰ॥
মই নিচিনিলোহে৷ পৰব্ৰহ্ম সনাতন।
ব্ৰহ্ম জাল মায়ায় মোহিত মোৰ মন॥
কাঠৰ পুতালি যেনে নটুৱাৰ বশ।
আমিয়ো সিমত মায়া বিভূতি অশেষ॥
সৃষ্টিৰ আদিতে মোৰসঙ্গে মহা মায়া।
ক্ষীৰোদ সমুদ্ৰে মণিদ্বীপে ধৰি কায়া॥
নন্দন কাননে আৰু শ্ৰীবাস মণ্ডলে।
দেখিছিলো তাঙ্ক কিন্তু কথা নাকহিলে॥
এতেকতে আজি সেহি আদিমূল শক্তি।
আৰাধনা কৰো বিধি সৰ্ব্ব কাম দাত্ৰী॥
এতকহি জগন্নাথ একচিত্ত হুই।
স্মৰণ কৰিল সবে ভক্তি যুক্ত হুই॥
ভূবন ঈশ্বৰী যোগ মায়া সনাতণী।
সৰ্ব্ব অবতাৰৰ কাৰণ নাৰায়ণী॥
সকলে দেবতামিলি স্মৰণ কৰিল।
স্মৰণ মাত্ৰকে দেবী আসি দেখা দিল॥
নাহি ঘৰ বাড়ী পূৰী সৰ্ব্বত্ৰ ব্যাপক।
এক চিত্তে ভাবিলে মিলয় সৰ্ব্বত্ৰত॥

চতুৰ্ভুজা বৰা ভয় পাশাঙ্কুশ ধাৰী।
উদয় অৰুণ তুল্য জগত বিহাৰী॥
দৰ্শনে আনন্দ লভি দেবতা সকল।
স্তুতি কৰিবাক লৈল অতি কুতুহল॥

## অথ দেব স্তুতি॥

মকৰাৰ সুতা যেন, মকৰাত জন্ম হুই,
অগণি স্ফুলিঙ্গে দগ্ধ হয়।
সিৰূপে জগত ইটো, তোমাতে প্ৰকাশ হয়,
আমি সমে কালে হবোঁ ক্ষয়॥
যিটো মায়া শকতিত, লিপ্ত সবে চৰাচৰ,
তুমি সেহি ঈশ্বৰী চিদানন্দ।
জ্ঞানতে উৎপত্তি যিটো, জ্ঞানতে বিনাশ পুনু,
ভজো হেন শক্তি পৰানন্দা॥
যিটো সত্য শুদ্ধা ৰূপ, নাহিক বিকাৰ যাৰ,
বিশুদ্ধ চৈতন্য পৰাৎ পৰা।
যিটো আদি মহা লক্ষ্মী, ব্ৰহ্মাণ্ডৰ শক্তি ৰূপ,
ভজো আমি সেহি নিৰ্ব্বিকাৰ॥

জগ জন দুঃখ হাৰি, তোমাক প্ৰ৽।;মা আই,
স্থপ্ৰসন্না হুয়ো জগদ্ধাত্ৰি।
অনুগ্ৰহ কৰি দেবী, ইটো কাৰ্য্য সিদ্ধি কৰা
কৃপা দৃষ্টিকৰা ভগবতী।
দেব অৰী দুষ্ট গণে, বিনাশ কৰিয়ো আই,
ভুমি ভাৰ কৰিয়ো হৰণ।
অমৰক দয়া যেবে, তুমি নকৰিলা হন্তে,
কোন শক্তি দেবে কৰে ৰণ।
ৰণে অস্ত্ৰ বৃষ্টি কৰে, দেব তকি শক্তি ধৰে,
তুমি যদি নকৰিলা কৃপা।
তুমিসে দেৱৰ মাতা, সৰ্ব্বত্ৰতে কৰি দয়া,
ৰণে জয় কৰিছা অভয়া।
কেশী কংস কালযবন, কুজী জয়দ্ৰথ বক,
শাল্বক প্ৰমুখ্যে দৈত্য সব।
আন আন পাপী ৰাজা, দুষ্ট নৰ পতি ভাৰে,
বসুমতী কাতৰ অতীব।
ইসব সংহাৰকৰি, খণ্ডা ধৰণীৰ ভাৰ
ভয়দূৰ কৰা জগতৰ।
শিব বিষ্ণু ব্ৰহ্মাইন্দ্ৰ, আদি যত দেবগণ,
বধিবে শকতি নাহি কাৰ।

হৰি হৰ আদি কৰি, যতসব দেব মানে,
তুমি শক্তি বিনে বিচলিত।
ধৰণী ধাৰণ শক্তি, অনন্ত প্ৰভুৰো নাই,
তযু কৃপা নভৈলে কিঞ্চিত।

## বিষ্ণু স্তুতি॥

সমস্ত বিভূতি মুল, ঐশ্বৰ্য্য ঈশ্বৰী তুমি,
তযুবলে সকলে বিহৰে।
পৃথিবী কাতৰ বৰ, পাপভৰে নিৰন্তৰ,
তুমিবিনে কোনে ভাৰ হৰে।
ব্ৰহ্মা কিম্বা আমি বিষ্ণু, সবাৰ ঈশ্বৰ যিটো
আৰু ত্ৰিলোকৰ জীব যত।
তোমাৰ শকতি বিনে, কেহো নাহি নাহি মাতা
তযুবলে কৰিছো প্ৰভুত্ব॥

## শক্ৰ স্তুতি॥

বিজ্ঞান নুহিলে মাতা, কোন ৰূপে ইটো,
ব্ৰহ্মা দেব কৰয় সৃজন।
ল[illegible]ী বিনে দেব হৰি, কিৰূপে পালন কৰে,
যদি তুমি নকৰা বিধান।

উমা শক্তি বিনে দেব, কিৰূপে সংহাৰে শিব,
সৰ্ব্বজন তব শক্তি যুত।
এতেকতে সিটো সবে, তোমাৰ শকতি ক্রমে,
কালে কাৰ্য্য কৰিছে সৰ্ব্বত্র॥

## দেবী আৰ্বিভূত॥

### পদ।

ব্যাস নিগদতি আতপৰে নৃপবৰ।
স্তবে তুষ্ট হুইদেখা দিলন্ত সত্তৰ॥
কিকাৰ্য্য আছয় দেব কহিয়ো আমাত।
তোমসাৰ কাৰ্য্য সিদ্ধি কৰিব নিশ্চিত॥
সবাৰ অসাধ্য যদি তাহাকো সাধিব।
পৃথিবী সহিতে সবে সুস্থিৰ কৰিব॥
দেবগণ কহেআই ইটো বসুন্ধৰা।
ক্রন্দন কৰিছে সদা পাই পাপ ভৰা॥
ভূভাৰ হৰণ কাৰ্য্য কৰ্ত্তব্য এখন।
দেবতাৰ এহিসে প্রাৰ্থনা বৰ্ত্তমান॥
পূৰ্ব্বে মহাদীৰ মহিষক বিনাশিলা।
কোটি কোটি মহাবলী অসুৰ বধিলা॥

পাছে শুম্ভ নিশুম্ভ চণ্ড মুণ্ড ৰক্ত বীজ।
ধূম্রনেত্র করা লাদি আনো মহা বীর্য্য ॥
পৃথিবীৰ অধিপতি সিসব মাৰিলা।
দেব উপকাৰে ভূমি ভাৰ সংহৰিলা ॥
আৰে দুষ্ট দৈত্য যত ভৈল পৃথিবীত।
ভূমি ভাৰ লঘুকৰা কৰিয়ো নিপাত ॥

## দেবীৰ উত্তৰ ॥

### পদ।

দেবী কহে ময়ো পূর্ব্বাবধি চিন্তি আছো
অবতাৰ ধৰাইবাক মনত ভাবিছো ॥
ধৰণীৰ মহাভাৰ দুষ্ট দৈত্য অংশী।
ভাৰ খণ্ডিবোহো মই সবাক বিনাশি ॥
মই হীনবীর্য্যে কলা অবতাৰ হুইবো।
তুমিসবে কলাঅংশে জনম লভিও ॥
কাশ্যপ ভার্য্যাৰ সমে প্রজাপতি শাপে।
জনম লভিব বৃন্দাবনে গোপধামে ॥
পৃথিবীৰ মধ্যে যদুকুল কীর্ত্তিমন্ত।
জন্মিবে বসুদেব দেবকী সহিত ॥

ভৃগুশাপে বিষ্ণুজন্ম বসুদেব সুত।
মোয়োজন্ম হৈবো তাতে যশোদা গৰ্ভত॥
মোৰ শক্তিবলে বিষ্ণুং অসুৰ নাশিব।
দেব মনুষ্যৰ সৰ্ব্বকাৰ্য্য সমাধিব॥
গকুলত পোটাসালে বিষ্ণুক জন্মাবো।
অনন্তক নিয়া ৰোহিণীৰ গৰ্ভেদিবো॥
মোৰশক্তি লই বিষ্ণু দুষ্ট সংহৰিবা।
দ্বাপৰ শেষত তুমি সংশেয়ো জন্মিবা॥
ইন্দ্ৰঅংশে পাৰ্থ যমঅংশে যুধিষ্ঠিৰ।
অশ্বিণীত দুই বায়ুঅংশে বৃকোদৰ॥
বসু অংশে ভীষ্ম হুইবে গঙ্গাত জনম।
সবজন্ম লহ ধৰা হোক ভাৰহীন॥
তোমাৰ নিমিত্ত মাত্ৰ হুয়ো সবে দেব।
নিজশক্তি বলেআমি সবে বিনাশিব॥
কুৰু ক্ষেত্ৰে কৰিবোহো ক্ষত্ৰিয় সংহাৰ।
দ্বিজ শাপ ছলে যদুবংশ কৰোচূৰ॥
দেবসবে নিজঅংশে সহায় ভজিবা।
গকুলে মথুৰা পুৰে কৃষ্ণ ৰাজা হুইবা।
এতকহি জগদ্ধাত্ৰী অন্তৰ্দ্ধ্যান ভৈল।
ব্ৰহ্মাআদি দেব নিজস্থানে চলিগৈল॥

উনবিংশ অধ্যাপদ দেবী স্তুতিনাম।
বোলা হৰি হৰি সবে সমাজিক জন ॥*

## অবতাৰ ৰহস্য ॥

### পদ।

ব্যাস দেব কহেৰাজা যোগ মায়াবৰ্ত্তে।
গাড়ী চক্ৰ সম বিশ্ব ঘুৰিছে সৰ্ব্বত্ৰে ॥
কৃষ্ণ অবতাৰ কথা কহিবো সংক্ষেপে।
মনুষ্য লোকত জন্ম ভৈল যেহিৰূপে ॥
যমুনাৰ তীৰে পূৰ্ব্বে মধু বৃন্দাবনে।
মধু দানবৰ পুত্ৰ লৱন দুৰ্জনে ॥
বৰদৰ্পে অহঙ্কাৰী বিপ্ৰ হিংসাকৰে।
শত্ৰুঘ্নৰ হাতে মৰাইলন্ত ৰঘুবৰে ॥
তাহাৰ তনয় দুই পুষকৰাখ্য নামে।
তাঙ্ক ৰাজ্য দিয়া গৈল অযোধ্যাৰ ধামে ॥
কালে সূৰ্য্যবংশ যেবে হইলন্ত ক্ষয়।
মথুৰাত ৰাজা ভৈল যযাতি তনয় ॥
শুৰসেন নামে ৰাজা ভৈলন্ত তথাত।
তাৰ বীৰ্য্যে কাশ্যপৰ অংশ ভৈল জাত ॥

বৰুণৰ শাপে বসুদেৱ উপজিল
বৈশ্য বৃত্তি আচৰণ কুল ধৰ্ম্ম ভৈল ॥
উগ্ৰসেন সুত তোলনীম্বা কংসৰাজা।
দেৱকৰ কন্যা ভৈল দেৱকী দেৱকা ॥
বসুদেৱে কন্যাদান কৰিল দেৱক।
লগত দিলন্ত বহু বিবিধ যৌতুক ॥
বিবাহ কালতে কংস শুনে স্থিৰ কৰি।
এঁইৰ অন্টম গৰ্ভ তোৰ প্ৰাণ বৈৰী॥
সাবধান হুয়ো কংস দেৱকীৰ লাগি।
দেৱকী অষ্টম পুত্ৰ তোৰ প্ৰাণ ভাগী ॥
আকাশী বাণীত যেবে ইৰূপে শুনিল।
বিস্ময় ভৈলন্ত কংস মহাভয় পাইল ॥
দৈব বাণী ভৈল ইটো সবে সত্য জানি।
কি কৰিব কিহইব ভাবি নেপাও গুণি ॥
শীঘ্ৰে আক মাৰিপেশো মোৰ মৃত্যু গুছে।
আন কিছু উপায় নেদেখো আত পাচে ॥
সম্বন্ধতো পেসীমোৰ হয় পুজা পাত্ৰী
কিমতে ইহাঙ্ক বধো ধৰ্ম্মৰ বিৰুদ্ধি ॥
পুণৰপি বিচাৰিয়া মনত পাইল।
পেসি মাৰিলত যদি মৃত্যু এৰাইল ॥

শাস্ত্ৰ মতে পাপকৰি আত্মা ৰক্ষা ধৰ্ম্ম ।
প্ৰায়চিত্ত কৰি পাপ হোবয় খণ্ডন ॥
মুনিয়ো কহন্ত আত্ম ৰক্ষা আদিমূল
এত ভাবি ডাগৰ খড়গখান লৈল ।
ফঁাক হন্তে আঝুৰিয়া খড়গপাট লৈল ।
আৰু হাতে দৈবকীৰ কেশত ধৰিল ॥
খড়গ তুলি কাটিবে খোজন্তে হেন কালে ।
বৰ যাত্ৰী লোক মানে দেখিল সকলে॥
হাহাকাৰ কোলাহল ভৈল গণ্ডগোল ।
কিকৰ কিকৰ কংস হুইলি পাগল ।
নাকাট নাকাট বুলি ধনুৰ্ব্বাণ লই ।
কংসক মাৰিবে সবে খেদি আগ হুই ।
পৌৰ্ণমাসী দেবী দেবকীক মুক্তিকৈল ।
হেথা কংস ৰাজ সমে ঘোৰ যুদ্ধ ভৈল ।
কটাকটি লোমহৰ্ষ কাণ্ড নোৰন্তৰ ।
বসুদেউক সহায় কৰিল সবে বীৰ ।
হেন কালে যদুবংশী এক বৃদ্ধা আসি ।
বাৰণ কৰিল কংসে নবধিবা পেসী
বিশেষে তোমাৰ পেসী পূজনীয় জন ।
নাৰী বধ ক. কংস কিনো কুলক্ষণ ॥

স্ত্ৰী বধ পৰম পাপ অকীৰ্ত্তি ভুবনে।
কেনে ইটো কাৰ্য্য কংস বৈবাহিক দিনে॥
কোন তোৰ শত্ৰু জানি ইকথা কহিল।
ভূতৰ ভবিষ্য বাক্যে কেনে মৰ্ম্ম ভৈল॥
বসুদেব ঘৰে কিম্বা হৰি নুপোজয়।
কিম্বা দেৱকীয়ে আগে যাই যমালয়॥
মায়াবাদী কোন বৈৰী ইকথা সাজিল।
ভূত হেন বাক্য কহি তোক ভয় দিল॥
যশ নষ্ট কৰিবাক বৈৰীয়ে চিন্তিল।
নকৰিবা পেনী বধ তুমি মহাবল॥
দৈবে যিবা হইবে তাক খণ্ডে কোন জন।
হেন জানি আগে পাপ নকৰা ৰাজন॥
এহি ৰূপে ব্ৰহ্মা যেবে নিবৃত্তি কৰিল।
হেন কালে বসুদেৱে কংসক বুলিল॥
সত্য কৰি কহো কংস ত্ৰিজগত সাক্ষী।
দৈবকীৰ পুত্ৰ যেবে জন্মিবেক আসি॥
জন্ম মাত্ৰে তোমাহাতে কৰিব অৰ্পণ।
জন্ম মাত্ৰে যদি নকৰোহো সমৰ্পণ॥
কুম্ভী পাক নৰ্কে পূৰ্ব্ব পুৰুষ পড়িবে।
সত্য বুলিলোহো ইটো মিছা নাহিহবে॥

হেন শুনি আগে পাচে যতলোক ছিল।
সাধু বসুদেব বুলি কংসত কহিল॥
বসুদেব মহন্ত নকহে মিথ্যা কথা।
কেশ চাৰি দিয়া নকৰিবা নাৰী হত্যা॥
এতেক প্ৰবোধ পাই তেবে কংসৰাজ।
ক্ৰোধ ত্যাগি সত্যবাক্যে লভিল সন্তোষ।
এতহন্তে দুন্দুভী বাজিল চতুৰ্দ্দিকে।
জয় ধ্বনি কৰিলন্ত বৰযাত্ৰী লোকে॥
মহাযশী মহামানী, শূৰহেন সুতজ্ঞানী,॥
দৈবকীক পৰিত্যাগ কৈল।
নিজ পৰি বাৰ সমে, গৃহেগৈল অনুক্ৰমে,
পেহাপেহী প্ৰতি ভয় ভৈল॥
বিংশআধ্যা ভাগবত, ব্যাস দেব নিবন্ধিত,
দৈবকী বিবাহ নাম ইটো।
গুৰুপদে কৰিসেব, ভণিল গোপাল দেব,
ৰামনামে বাঞ্চা ভবসেতু॥

## দৈবকীৰ প্ৰথমগৰ্ভ ॥

### পদ

ব্যাস নিগদতি নৃপ দৈবকী সুন্দৰী।
যথাকালে গৰ্ভবতী ভৈল বৰনাৰী ॥
দশমাস পূৰ্ণ ভৈল পুত্ৰ প্ৰশবিল।
প্ৰথম সন্তান অতি সুন্দৰ নিৰ্ম্মল ॥
হেনকালে বসুদেব আসিয়া বুলিল।
প্ৰতিজ্ঞা কৰিয়া পূৰ্ব্বে তোক মোকোলাইল ॥
আবে ইটো পুত্ৰ খল কংস হাতে দিব।
কি কৰিব দৈব লিপি কংসে বিনাশিব ॥
বিচিত্ৰ কৰ্ম্মৰ গতি মুনিয়ো নুবুজে।
সবেজীব জন্তুমানে কাল কৰ্ম্মে মজে ॥
ভালহোক মন্দহোক নিজ উপাৰ্জন।
বিধিৰ নিৰ্ব্বন্ধ জীৱ ভুগয় প্ৰাক্তন ॥

## দৈবকীৰ খেদ ॥

পুত্ৰ স্নেহ লাগি পাচে কান্দন্ত দৈবকী।
বসুদেৱ মুখচাই বুলিল নিচুকি ॥

পূর্ব্ব কৃত কর্ম্ম স্বামী ভুগিবে লাগয়।
তপজপ তীর্থ দানে সিটোনোহে ক্ষয়॥
কিন্তু পূর্ব্বার্জিত পাপ খণ্ডণ কারণ।
ধর্ম্মশাস্ত্রে প্রায়চিত্ত লিখে মুনিগণ॥
ব্রহ্মহত্যা স্বর্ণস্তেয়ী সুরাগুরু তল্পী।
দ্বাদশ বার্ষিক ব্রতে শুদ্ধিহোবে পাপী॥
প্রায়চিত্ত বিধানত মন্ত্রয়ো লিখিছে।
সেহিরূপে করে নরে গুচে কি নুগুচে॥
যাজ্ঞবল্ক আদি ধর্ম্মশাস্ত্রকারী মুনি।
রচিয়াছে প্রায়চিত্ত বিধান নিয়মি॥
ইসবে নোহয় যদি দৈবসে প্রধান।
আয়ুর্ব্বেদ মন্ত্রবাদ সবে অপ্রমাণ॥
অগ্নিষ্টোম স্বর্গপ্রাপ্ত উদ্যোগ নিরর্থ।
ইসব প্রমানো যদি হইল অসার্থ॥
কিন্তু ধর্ম্ম উচ্ছেদন হয় কোনকালে।
উদ্যোগ করিলে সিদ্ধি হয় অবহেলে॥
এতেকতে তাকে কবা প্রবঞ্চনা বুদ্ধি।
যিরূপে বালক রক্ষা পায় মহানিধী॥
মঙ্গল কামত যদি মিছাকথা কয়।
তাত দোষ নাহি মুনি গণে কহিচয়॥

## বসুদেবৰউত্তৰ

বসুদেব কহেদেবি সবে সত্য কৈলা।
উদ্যোগ উচিত্ত সৰ্ব্বত্ৰতে দৈবফলা॥
ত্ৰিবিধ দৈব বুলি কহে মুনিগণ।
সঞ্চি আৰব্ধ বৰ্ত্তমান এহিতিন॥
ইটো তিন আগমে পুৰাণে কৰ্ম্মউক্ত।
ইহাতে সকল জীব হয় ভোগী ভুক্ত॥
শুভা শুভ দুইকৰ্ম্ম বীজ উৎপাদন।
অসংখ্যাত জন্মলগে থাকে সৰ্ব্বক্ষণ॥
কৰ্ম্মবশে পূৰ্ব্বদেহ ত্যাগী জীবগণ।
স্বৰ্গ বা নৰক প্ৰাপ্ত হয় অনুক্ষণ॥
দিব্যদেহ পায় আৰু নৰকী দেহো পায়।
স্বৰ্গে বা নৰকে ভোগ অবশ্য কৰয়॥
পূৰ্ব্ব ভোগ অন্তেপাছে কাল প্ৰাপ্ত হইলে।
ঐহিকে আৰব্ধ ফল জীবসঙ্গে চলে॥
লিঙ্গদেহ সঙ্গে ইটো জীবনাম লই।
তাতে পুৰবৰো কৰ্ম্ম যোগ লাগে গই॥
এহিৰূপে দেহধৰি শুভ শুভ কৰ্ম্ম।
আৰব্ধ সহিত হয় জীবভোগ ধৰ্ম্ম॥

এতেকে সঞ্চিত আৰু প্ৰাৰব্ধ কৰম।
প্ৰায়চিত্তে নোহেশুদ্ধি বেদৰ বচন॥
বৰ্ত্তমান কৰ্ম্ম মাত্ৰ প্ৰায়চিত্তে ক্ষয়।
অন্যদুই বিধকৰ্ম্ম নিশ্চয়ে অক্ষয়॥
এতেকে বালক আমি কংসক অৰ্পিবো।
পূৰ্ব্ব সত্য পালি লোক নিন্দা গুছাইবো॥
অনিত্য সংসাৰে মাত্ৰ ধৰ্ম্ম মূল সাৰ॥
জনম মৰণ দৈবাধীন সবাকাৰ
নিৰৰ্থক শোক কৰা নহয় কৰ্ত্তব্য।
সত্য যাৰ গৈল তাৰ জীবনে কি কাৰ্য্য॥
ইহলোক গৈল যাৰ পৰলোক কৈত।
এতেকতে দিয়া লৰা অৰ্পিবো কংসত॥
সুখে দুঃখে সুকৃত ধৰ্ম্মক ৰক্ষা যোগ্য।
সত্যত থাকিলে ভবিষ্যতে হোৱে ভদ্ৰ॥
বসুদেব বাক্য শুনি দৈবকী দুঃখিত।
শোকে কান্দি কাটি পুত্ৰ দিলন্ত হাতত॥
পুত্ৰ লৈই বসু যেবে কংসালয়ে যায়।
হাটকয়া বাটকয়া দেখি দুঃখ পায়॥
পথুকে বোলন্ত ধন্য বসুদেব শান্ত।
সত্যে বন্দি নিজ পুত্ৰ বধিবাক দেন্ত॥

মৃত্যু হাতে পুত্ৰদান সত্যবাক্য ৰাখি।
সফল জীবন আৰ ধৈৰ্য্যক উপেক্ষি॥
কালৰূপী কংস হাতে পুত্ৰ লই যায়।
অদভূত শক্তি ধন্য জীবন ধৰয়॥
ব্যাস নিগদতি বসুদেব এহিৰূপে।
লোক প্ৰশংসিত হুই শিশু দিল ভূপে॥
মায়া এড়ি জাত পুত্ৰ কংসক অৰ্পিল।
ধৈৰ্য্য দেখি কংসৰায় বিস্ময় মানিল॥
পুত্ৰ লৈই মৃদুহাসি কংসে কহে বাণী।
ধন্য শূৰ পুত্ৰ তুমি আজি পালো চিনি॥
ইটো সব পুত্ৰে মোৰ মৃত্যু ছায়া নাই।
অষ্টম গৰ্ভত মাত্ৰ মোৰ আছে ভয়॥
ইসবক মই বসু কভু নবধিব।
অষ্টম পুত্ৰক মোৰ হাতে আনি দিব॥
এত কহি বসুদেউক পুত্ৰ পুনু দিল।
আনন্দ লভিল বসুদেব গৃহে গৈল॥
মন্ত্ৰী সমে কংস বিমৰিষিয়া বুলিল।
ইসব মাৰিলে মোৰ কিবা ফল ভৈল॥
অষ্টম দেবকীসুত মোৰ মৃত্যুকাল।
প্ৰথমক বধি পাপ অৰ্জ্জা নোহে ভাল॥

সাধু সাধু বুলি মন্ত্ৰী সবে প্ৰসংসিল ।
কংস এৰি দিল বসুদেব ঘৰে গৈল ॥
হেনকালে দেবঋষি কংসৰ গৃহত ।
নাৰদ আসিয়া ৰাজা ভৈল উপস্থিত ॥
পাদ্য অৰ্ঘে পূজা কৰি নাৰদ চৰণ ।
কুশল জিজ্ঞাসি পুচে কেনে আগমন ॥
ইষৎ হাস্য কৰি মুনি কহিল বচন ।
শুন কংস গৈলো মই হিমালয় স্থান ॥
ব্ৰহ্মা আদি দেব তথা মন্ত্ৰণা কৰিছে ।
বিষ্ণুক জন্মাবে তোক লাগি বসু গৃহে ॥
বসুদেব যোগে পাচে দৈবকী গৰ্ভত ।
তোক মাৰিবাক লাগি হইবন্ত জাত ॥
এতেকতো ইটো পুত্ৰ কেনে এড়ি দিলি ।
জানি শুনি কেনে তাক বধ নকৰিলি ॥
কংস বোলে অষ্টমত মোৰমৃত্যু কথা ।
শুনিছো আকাশী বাণী পুৰ্ব্বৰ বাৰতা ॥
হেন শুনি নাৰদে বুলিলা তাৰ প্ৰতি ।
দেব মায়া নাহিবুজ কংস মুঢ়মতি ॥
ভাল মন্দ ৰাজ নীতি তাহাকো নজান ।
দেৱতাৰ মায়া বল কি কৈবো বাক্সন ॥

ৰিপুৰ অলপো শ্ৰীক দেবতা নসহে।
সংমিলন ক্রিয়ামতে সব অন্ট কহে॥
উলটি গণিলে ইটো গোট হোৱে অট।
মুৰ্খ তই কেনে তাক নকাৰিলি নষ্ট॥
ইটো শিশু কোন তই কি ৰূপে জানিলি।
আপোনাৰ মৃত্যু কেনে আপুনি বাঞ্চিলি॥
এতকহি গৈল ঋষি দেবৰ সভাক।
হেথা কংস পালতাই আনিল বালক॥
শিলত আচাৰি পাচে কৈল চূৰ্ণীকৃত।
শিশু বধি মহা সুখী ভৈল পাপমতী॥
একবিংশ অধ্যাপদ দৈবকী বিবাহ।
শ্রবণে কীৰ্ত্তনে ভক্তি লাভে হৃদি মাঝ॥
ভনয় গোপাল দেব ক্ষণে আয়ু যায়।
বোলা ৰাম ৰাম হৰি কৃষ্ণ সৰ্ব্বদায়॥

## জন্মে জয়ৰ প্রশ্ন ॥

### পদ।

জন্মেজয় নিগদন্তি শুনা মুনিবৰ।
উপজি বালকে কিনো পাপ কৰেবৰ॥

কিনো মহাপাপে কংস কৰিল বিনাশ ।
জনম মাত্রকে ছয় পুত্র ভৈলনাশ ॥
ধৰ্ম্মবন্ত জ্ঞানী শ্রেষ্ঠ নাৰদ মহৰ্ষি ।
কেনে ইটো মহাপাপ কৰিলন্ত ঋষি ॥
কৰ্ত্তাবা কাৰীতাদুয়ো সমেপাপ ভুগে ।
জানি শুনি কংসক পাঞ্চিল পাপপথে ॥
ব্যাসকহে দেবমধ্যে নাৰদ কৌতুকী ।
সৰ্ব্বদায়ে দন্দ প্ৰিয় থাকে ৰঙ্গ দেখি ॥
মিথ্যা নাহিকহে মাত্রে বুদ্ধিৰ কৌশল ।
দেবমাঝে সত্যভাষী নাহিকিছুমল ॥
এহিৰূপে সষ্ঠগৰ্ভ নিপাত কৰাইল ।
শাপে জন্মি ছয়পুত্র উপজি মৰিল ॥
সিসবৰ পাপকথা শুনা আবে নৃপ ।
ব্ৰহ্মাশাপে জনম লভিল যেনেৰূপ ॥
স্বয়ম্ভুব মনুদিনে মৰীচি তনয় ।
ভাৰ্য্যা উৰ্ণনাৰ গৰ্ভে ছয় পুত্র হয় ॥
ধৰ্ম্মবন্ত ছয়পুত্ৰ মৰীচি নন্দন ।
ব্ৰহ্মাক হিংসিবে মন ভৈল সৰ্ব্বজন ॥
দৈত্য যোনি জন্ম বুলি ব্ৰহ্মা দিল শাপ ।
ছয়ো জন্ম লৈল কালনেমিৰ ঘৰত ॥

পৰে ভৈল হিৰণ্য কসিপু পুত্ৰজাত।
কিন্তু ভৈল জাতিস্মৰ পূৰ্ব্ব কৰ্ম্ম যুক্ত॥
পূৰ্ব্ব শাপ ভয় যেবে মনে উপজিল।
এই জন্মে তপস্যা কৰিবে চলি গৈল॥
পাচে ব্ৰহ্মা তুষ্ট হুই বৰ দিবে গৈল।
ব্ৰহ্মা বোলে মই পূৰ্ব্বে খঙ্গে শাপ দিল॥
আবে যিবা অভি ৰুচি আমি দিব বৰ।
ছয়োজন মাগ যিবা ইচ্ছা তোমাসাৰ॥
গৰ্ভ বাসা বোলে দেব তুষ্ট ভৈলা যদি।
দিয়োক বাঞ্চিত বৰ দেব প্ৰজাপতি॥
দেব নৰ যক্ষ ৰক্ষ পিশাঞ্চ উৰগ।
গন্ধৰ্ব্ব কিন্নৰ সিদ্ধ ভূত নাগ সৰ্প॥
সৰ্ব্বত্ৰেতে সবাহন্তে অবধ্য হইবো।
কাৰো হাতে কৈতো পিতামহ নমৰিবো॥
এত শুনি ব্ৰহ্মা দেব তথাস্তু বুলিল।
বৰ দিয়া পদ্মযোনি নিজ স্থানে গৈল॥
বৰ লভি দৈত্য যেবে গৃহক আসিল।
হিৰণ্য কসিপু ক্ৰোধে বুলিবে লাগিল॥
মোত অপোচনে তোৰা ব্ৰহ্মাক তাপিলি।
ত্ৰিলোকে অবধ্যবৰ প্ৰাৰ্থনা কৰিলি॥

এতেকতে তুমি সবে পিতৃ মাতৃ ভৈলি।
ময়ো আজি ধৰি ত্যাগ কৰিলো সমূলি।
পৃথিবী পাহৰি সবে পাতালত থাক।
নিদ্ৰা আকৰ্ষিয়া বহুবৰ্ষ শুই থাক॥
সেহি সব দৈবকীৰ গৰ্ভে বৰ্ষে বৰ্ষ।
জন্মে ভৈলে পিতা কালনেমি কৰে নাশ॥
কালনেমি জন্মি কংস ভৈল ইটো যুগে।
এতেকে জন্মিলে সাৰে পূৰ্ব্ব কৰ্ম্ম ভোগে
জন্ম মাত্ৰে কংসে ধৰি আছাড়ি মাৰন্ত।
কহিলাম দৈবকী পুত্ৰৰ আদি অন্ত॥

## যোগ মায়া ৰহস্য॥ ॥

ষষ্ঠ গৰ্ভ এহিৰূপে বিনাশ কৰিল।
সপ্তমৰ গৰ্ভ যোগ মায়া হৰি নিল।
ৰোহিণীৰ গৰ্ভে নিয়া স্থাপিয়া থৈলন্ত।
লোকে কহে পঞ্চ মাসে গৰ্ভ ভৈল নষ্ট॥
কংসেয়ো জানিল পঞ্চমাস গৰ্ভ নষ্ট।
দৈবকীৰ গৰ্ভপাতে মনে অতি হৃষ্ট॥
ৰোহিণী গকুলে বসুদেব বন্দিসালে।
নাহইবে পুত্ৰ পতি সঙ্গ নাকৰিলে॥

কিন্তু যোগ মায়া বলে হৰণ কৰিল।
সঙ্কৰ্ষণ দেৱক ৰোহিণী গৰ্ভে থৈল॥
অষ্টমে দেৱকী গৰ্ভে আপুনি শ্ৰীহৰি।
ভূমি ভাৰ হৰিবে ভৈলন্ত অৱতৰি॥

## জন্ম ৰহস্য॥

জন্মেজয় পুছেদেব কহিয়ো বিশেষ।
কোন কৈত ভৈলজাত কোনকাৰ অংশ॥
ব্যাসদেব কহেৰাজা কোনদেব অংশ।
কোনকৈত ভৈলজন্ম কহিব বিশেষে॥
কেবলে সংক্ষেপে তাক কৰিব বৰ্ণন।
বসুদেব কাশ্যপৰ অংশত জনম॥
দিতি অদিতিৰ অংশে দেবকী ৰোহিণী
কালনেমি অংশে কংসৰাজ চূড়ামনি॥
অনন্তৰ অংশে বলোৰাম ভৈল জাত।
কৃষ্ণ ধৰ্ম্ম পুত্ৰ নাৰায়ণৰ অংশত॥
তাহাৰ অনুজ নৰ ভৈলন্ত অৰ্জ্জুন।
ধৰ্ম্মে যুধিষ্ঠিৰ বায়ু অংশে ভীমসেন॥
অশ্বিনী কুমাৰ অংশে মাদ্ৰী পুত্ৰ দুই।
সূৰ্য্য অংশে কৰ্ণ জন্মে বিদুৰ আতাই॥

বৃহস্পতি অংশে দ্রোণ দ্রোণী শিবঅংশে
শান্তানু সমুদ্র অংশে ভার্য্যা গঙ্গা অংশে ॥
চিত্ররথ অংশে ভৈল দেবক জনম।
বসুঅংশে ভীষ্ম বিৰাট মৰুদ্গণ ॥
অৰিষ্টৰ সুত হংসৰাজা ধৃতৰাষ্ট্র।
কৃপ কৃতবর্ম্মা মৰুদ্গণ হন্তে জাত ॥
দুর্য্যোধন কলি অংশে সকুনি দ্বাপৰ।
সোমহন্তে সোম পুত্র সুবর্চ্ছস বীৰ ॥
বৈশ্বানৰে ধৃষ্টদ্যুম্ন সিখণ্ডী ৰাক্ষস।
সনত কুমাৰ অংশে প্রদ্যুম্ন বীর্য্যস ॥
দ্রৌপদীৰ পঞ্চ পুত্র বিশ্বদেব জাত।
কুন্তী সিদ্ধি ধৃতী মাদ্রী গান্ধাৰী মতীত ॥
কৃষ্ণৰ ৰমণী সর্ব্বে দেব অপেস্বৰী।
ৰাজা সব ভৈল দেব ইন্দ্র আজ্ঞাধৰি ॥
হিৰণ্যকসিপু অংশে ৰাজা শিশুপাল।
বিপ্রচিত্ত জৰাসন্ধ প্রহ্লাদ যে সৈল্য ॥
কালনেমি ভৈল কংশ কেশী হয় শিৰ।
অৰিষ্ট ককুদি বলিবাজ পুত্র বীৰ ॥
অনুহ্লাদ ধৃষ্টকেতু বাস্কল ভগদত্ত।
লম্ব প্রলম্ব খৰ ধেনুক ভৈলন্ত ॥

বাৰাহ কিশোৰ দুই চানুৰ মুষ্টিক।
পৰম দাৰুণ মল্ল অতি বলাধিক॥
দিতিৰ অৰিষ্ট নেমি হাতী কুবলয়।
বলিৰ কন্যকা পুত্ৰ বকবকী হয়॥
যম ৰুদ্ৰ কাম ক্ৰোধ অংশে দ্ৰোণ পুত্ৰ।
এতেকতে অশ্বত্থামা মহা বলৱন্ত॥
পূৰ্ব্বৰ অসুৰ দৈত্য দেৱতা সকল।
অংশ ৰূপে ধৰণীত অৱতাৰ ভৈল॥
ব্ৰহ্মাৰে প্ৰাৰ্থিল যেবে পৃথিবীৰ ত্ৰাস।
শ্যাম বৰ্ণে কৃষ্ণ শ্বেতে অনন্ত প্ৰকাশ॥
ইটো বংশাবলী যিবা শুনে ভক্তি ভাবে।
সৰ্ব্ব পাপে মুক্ত ধন জন তাৰ বাঢ়ে॥
দ্বাবিংশ আধ্যায় পদ পৰম গহণ।
ভণিল গোপাল দেৱ বোলা ৰাম ৰাম।

## অথ কৃষ্ণ জন্মৰহস্য ।

### পদ ।

ব্যাস নিগদতি নৃপকৰা অবধান ।
দেৱকীৰ ছয় গৰ্ভ হৈলে নিপাতন ॥
সপ্তম হইল গভ পাত অকস্মাতে ।
অষ্টম দেবকী গভ ৰাখে সাবহিতে ॥
মৰণক ভযে পাছে নাৰদৰ বাক্যে ।
দিবাৰাত্ৰি সৰ্ব্বদায়ে পহৰাযে ৰাখে ॥
ভৈগন্ত সময় হৰি গৰ্ভে প্ৰবেশিল ।
অংশ ক্ৰমে বসুদেব বাস্যে ঠাই লৈল ॥
মোহৰূপে যোগ মায়া যশোমাত গৰ্ভে ।
প্ৰবেশিল দেব কাৰ্য্য সিদ্ধিৰ উদ্দেশে ॥
গকুলে ৰোহিণী গৰ্ভে জাত ভৈল ৰাম ।
এইমতে ভূমি ভাৰ হৰিবাৰ কাম ॥
যেতেকে কংসৰ ভয় বাঢ়িছে উদ্বিগ্ন ।
তেতেকে ৰাখিছে পালী পহৰীয় গণ ।
বসুদেব দৈবকীৰো ভয় অতিশয়
কাৰাগাৰে দেবতাক মিনতি কৰয় ॥

প্রেমে পুলকিত অতি পুত্র ভাব কৰি।
সদায়ে নিযুক্ত চিন্তা কৰে দুঃখে পৰি॥
দেবকীৰ গৰ্ভে হৰি দেব কাৰ্য্য লাগি।
ক্রমে দিনে দিনে বাঢ়ে ভক্তি অনুৰাগি॥
ভৈল দশমাস পূৰ্ণ শ্রাবণ উদিত।
ৰোহিণী নক্ষত্রে কৃষ্ণ পক্ষ অষ্টমীত॥
পালী পহৰীয়া সবে ঘোৰ নিদ্রা গৈল।
সেহি বেলা ভগবান জনম লভিল॥
ভয়ে কংশ দানব সবাক বুলিলন্ত।
এইৰ অষ্টম গৰ্ভ মোহোৰ কৃতান্ত॥
এতেকতে ভাল মতে সকলে ৰাখিবা।
আলস্য টোপনি এৰি সজাগৰে ৰৈবা॥
দৈবকী অষ্টম গৰ্ভ মোৰ কাল শত্রু।
ইটো শিশু বধি সুখে শুইবা দৈত্যকেতু॥
বধিলে অষ্টম শিশু দুঃখ দুৰ হবে।
সুখমনে শুতি গৃহে শয়ণ কৰিবে॥
ইতিমধ্যে নিদ্র তন্দ্রা নকৰা কথন।
ধনুৰ্ব্বান খড়্গ ধৰি থাকা সৰ্ব্বক্ষণ॥

# হৰিৰ জন্ম ॥

এহিৰূপে কংসৰাজ সদা ভাবিচিন্তি ।
ভয়তে বিহ্বল ক্ষীণ শুখাইলন্ত আতি ॥
ঘৰে গই সুখশান্তি নাহিনিদ্ৰা ভোগ ।
আয়ুহীন আকৰ্ষিল কাল মৃত্যু ৰোগ ॥
ইপিনে নিশাৰকালে দৈবকী বুলিল ।
বসুদেউক্ ধীৰে ধীৰে কহিবে লাগিল ॥
প্ৰশব বেদনা দেব ভৈল উপস্থিত ।
কিকৰিবো প্ৰভু ভাবি বিয়াকুল চিত্ত ॥
বহুত্তৰ চন্তৰী পহৰী ৰক্ষাকৰে ।
কিউপায় হবে আজি ইহাৰ ভিতৰে ॥
যশোদা মোহোৰ দুইৰো সময় পুৰিছে ।
এহিকালে জানো যশোমতী প্ৰশবিছে ॥
তাৰকন্যা ভৈলে মোৰ হেথাত দিয়োক ।
ইঠাৰতে মইতুলি লৈবোহো তাহাঙ্ক ॥
মোৰপুত্ৰ দিবোতাঙ্ক তযু ভয়মন ।
কংসৰ প্ৰত্যয় লাগি কৰিবো ইহেন ॥
বিষম জঞ্জাল প্ৰভু কিকৰিবো হৰি ।
উপজিলে বিষ্ণুক মৰাইবো কেনে কৰি ॥

অল্পদূৰে থাকাদেব মোৰলজ্জা লাগে।
হৰি! হৰি! স্বামী পৰাধীন বৃত্তি ভোগে॥
এত কহি স্বামী প্ৰতি দৈৱকী সুন্দৰী
দেখাইল অদ্ভুত বালক নিশাকৰি॥
অদ্ভুত বালক দেখি আনন্দ লভিল।
পতিক ডাকিয়া পাচে বচন বুলিল॥
দুৰ্ল্লভ পুত্ৰৰমুখ দেখা প্ৰাণ নাথ।
আজি আক কাল কংসে কৰিবে বিনাত॥
হেনশুনি বসুদেব পুত্ৰকোলে লৈল।
অদ্ভুত পুত্ৰৰ মুখ দৰ্শন কৰিল॥
হৰি পুত্ৰ মুখদেখি চিন্তে বসুদেব।
কিকৰিবো কিহইল আবে কৈত যাব॥
এহিৰূপে বসু যেবে চিন্তি বিয়াকুল।
হেনকালে আকাশত শূন্যবাণী ভৈল॥
বসুদেব স্পষ্টৰূপে শুনিল তেখন।
আঙ্ক লই গকুলত কৰহ গমন॥
পালী পহৰীয়া সবে মইামন্দ্ৰা কৈলো।
ভাঙ্গিলো নিহলৱাৰ কপাট খুলিলো॥
আঙ্ক ৰাখি নন্দগৃহে মায়াক আনিবা।
সেহি যোগমায়া তুমি বেগতে আসিব॥

কালৰ কুটিল গতি নপাৰো বুজিবে ।
কন্যা ৰাখি ভবিষ্যতে অনর্থ ঘতিবে ॥
বৃদ্ধবাক্য আত্তকচু টেপুয়ো খজুৰায় ।
এতেকতে ইঢোকন্যা বধিবে যুৱায় ॥
এতচিন্তি দুষ্টকংস কন্যাহাতে লৈল ।
দুইপদ ধৰি শিলে আছাড় মাৰিল ॥
হাতহন্তে অন্তৰ্দ্ধ্যান হইল বালিকা ।
আকাশী বচনে তাক বুলিল কালিকা ॥
দিব্যৰূপ ধৰি আকাশৰ পৰা কহে ।
মোক কি বধিবি কংস তোক পাপে দহে
তোহোক বধিবে অল্পে অবিকৃত জন ।
এতবুলি অন্তৰ্দ্ধ্যান ভৈল ততক্ষণ ॥
বিস্ময় ভৈলন্ত কংস গৈল নিজালয় ।
পাত্র মিত্র ডাকিআনি ইকথা কহয় ॥
ভয়ত আতুৰ কংস ক্রোধে কম্পমান ।
ধেনুকাবৎসক আজ্ঞা কৰিল তখন ॥
মোৰকাৰ্য্য লাগি সবে শীঘ্র চলিযাহ ।
যৈত জাত শিশু পাবি আছাড়ি মাৰহ ॥
নগৰে কাহাৰো ঘৰে শিশু নাৰহিল ।
বিনাদোষে কংস চৰ সবাকে মাৰিল ॥

গকুলে নন্দৰ ঘৰে পুতনা চলোক।
নন্দৰ উপজা পুত্ৰ মাৰি পেলায়োক ॥
জাত মাত্ৰে মাৰ শিশু মোৰ আজ্ঞা ধৰ।
ধেনুবক লম্বকেশী তৈত বানকৰ ॥
এহিআজ্ঞা কহি কংস অন্তঃপূৰে গৈল।
সেহি দিন ধৰি দুট ভয়ে শুকাইল ॥

## অথকৃষ্ণ লীলা

প্ৰভাততে চৰমুখে কংস বাৰ্ত্তা পাইল ॥
আজি নন্দ ঘৰে পুত্ৰ জন্মোৎসবা ভৈল ॥
বসুদেব আন পত্নী তথাতে আছয়।
দাসদাসী গোমহিষ সবে তৈতে ৰয় ॥
এতেকে কংসৰ ভয় বাঢ়িল বিস্তৰ।
গকুলক প্ৰতিমনে আশঙ্কা ডাঙ্গৰ ॥
নাৰদে কহিল আৰু পূৰ্ব্বৰ কাহিনী।
দেবঅংশে জাতনিটো নন্দৰ ৰমনী ॥
দেবকী যশোদা বসুদেব নন্দ মুখ্যে।
তোৰসব শত্ৰুকংস জানিবি প্ৰত্যক্ষে ॥
এত শুনি কংশে তৈত ৰাক্ষস পাঞ্চিল।
বক বৎসা সুৰ ধেনু পুতনায়ো গৈল ॥

একে একে কৃষ্ণ সবে কৰিল সংহাৰ।
গোবৰ্দ্ধন ধৰি কৈল প্ৰলম্ব উদ্ধাৰ॥
কেশীক বধিল কংস শুনি দুঃখ মন।
নিজ মৃত্যু অনুক্ষণ কৰে দৰশন॥
ধনুৰ্যাগ পাতি পাছে অক্ৰূৰে পাঠাইল।
ৰথে তুলি ৰামকৃষ্ণ দুহাঙ্কো আনিল॥
কংস আজ্ঞা মতে দুয়ো তথাতে ৰহিল
মল্লযুদ্ধ দেখিবাক কংসে মন কৈল॥
সেহি ছল পাই হৰি ধনুক ভঞ্জিল।
ৰজক চানুৰ মুষ্টি গজ বিনাশিল॥
মল্ল তোশলকো কৃষ্ণ কৰিল সংহাৰ।
কেশে ধৰি কংসক বধিলা দামোদৰ॥
মাতা পিতা মুক্তি কৈল কাৰাগাৰ হন্তে
পাছে উগ্ৰসেনক স্থাপিলা ৰাজপাটে॥
তাত পাচে উপবীত ভৈল দুই ভাই।
পঢ়িবাক গৈল সান্দাপনি মুনি ঠাই॥
অল্পতে সকলে বিদ্যা ভৈল বিশাৰদ।
পুনৰপি মথুৰা আসিল শ্ৰীগোবিন্দ॥
দ্বাদশ বৰ্ষত দুয়ো ভৈল মহাবলী।
কৃতবিদ্য ভৈল সৰ্ব্ব শাস্ত্ৰত কুশলী॥

জৰাসন্ধ শুনি জামাতাৰ মৃত্যু কথা।
সৈন্য সাজি মথুৰা গৈলন্ত মহাৰথা॥
সপ্ত দশবাৰ যুদ্ধে ভৈল পৰাজয়।
তাতপাচে কাল যবনক পাঞ্চি দেয়॥
ম্লেচ্ছ অধিপতি বীৰ যাদবৰ শত্রু।
তিনকোটি সৈন্যে খেদি আসিল তুৰন্ত॥
যবনৰ আগমনে দেব ভগবান॥
ৰামক সম্বুধি পাচে বুলিলা বচন॥

## কৃষ্ণৰ দ্বাৰকা পলায়ন ॥

জৰাসন্ধ হন্তে মোৰ নভৈলন্ত ভয়।
কিকৰিব আবে ম্লেচ্ছ সৈন্য আসিছয়॥
ধন জন এৰি প্ৰাণ ৰক্ষা আদিমূল।
যৈত সুখ তৈকে বোলে পৈতৃক সম্বল॥
উদ্বেগ কৰয় মন কি কৰা উচিত।
পৰ্ব্বতে সমুদ্ৰ তীৰে থকাসে যুগুত॥
যথা বৈৰি ভয় নাহি কহয় পণ্ডিতে।
মন সুখে জ্ঞানীজন থাকিবে তথাতে॥
অনন্ত শৰ্য্যাত যোৱা নিতান্ত যুগুত।
তথাতো সমুদ্ৰে হৰি আছয় নিদ্ৰিত॥

কৈলাসে যাইবে শত্রু মানো মহেশত।
শত্রুহীন স্থান দদা নেদেখোহো কৈত।
গৰুড়ে কহিছে আজি সমুদ্ৰৰ তীৰে।
দ্বাৰবতী নামে পূৰী আছে মনোহৰে ॥
ৰৈবতক পৰ্ব্বত সমীপে স্থান খান।
পৰম সুন্দৰ পূৰী হুইবে নিৰ্ম্মাণ ॥
ব্যাস দেব কহে ৰাজা এতেকে শুনিয়া
সকল যাদব মন যাইবাক লাগিয়া।
সবাহনে সকুটুম্বে সমস্ত যাদব।
গাড়ী উট মহিষ ছাগল গৰু সব ॥
বাচন বৰ্ত্তন ভাণ্ড দ্ৰব্যজাত সহ।
সব লই বাহিৰ হইল অহৰহ ॥
মথুৰা তিয়াগি সবে গমন কৰিল।
ৰাম কৃষ্ণ দুই ভাই আগত বজাইল ॥
সপৰিবাৰকে সৰ্ব্ব প্ৰজা যদুগণ।
কতোদিনে পাইলা গই দ্বাৰকাভুবন ॥
জীৰ্ণ ভঙ্গা ছিঙ্গা সব দোৰষ্ট কৰায়।
বাঢ়ৈ আনি সংস্কাৰ কৰিল যদুৰায় ॥
সমস্ত যাদব তাতে থাপিল কেশব।
যোগ্যা যোগ্য মতে গৃহবাড়ী পাইল সব ॥

হেথাত মথুৰাপুৰী নির্য্যান হুইল।
জনেকো যাদব নাই সবে পলাইল ॥
মহাবলী যবনে কৰিল অধিকাৰ।
যবন দেখিয়া কৃষ্ণ হইল বাহিৰ ॥
যবনৰ সৈন্য অগ্রে যাই জনার্দ্দন।
পীত বস্ত্র পৰিধান হসিত বয়ান ॥
আগে চলি যাই কৃষ্ণ দেখিয়া যবন।
পাচে পাচে খেদা দিয়া চলে সৈন্যগণ ॥
পলাই পলাই গোপ ধৰ ধৰ যাও।
প্রবেশিল কৃষ্ণ গৈই মুচুকুন্দ ঠাৱ ॥
যবনো খেদিয়া গৈই তৈতে প্রবেশিল।
শুতি আছে মুচুকুন্দে যবনে দেখিল ॥
তৈত পাছে অন্তর্ধ্যান ভৈল নাৰায়ণ।
যবনে দেখিল ইটো কৰিছে শয়ন ॥
শুতি আছে বাসুদেব বুজি ম্লেচ্ছ গণ।
কৰিলন্ত পদাঘাত ভৈল জাগৰণ ॥
নিদ্রাৰ উঠিল ক্রোধে আৰক্ত নয়ন।
নেত্র অগ্নি লাগি ভস্ম ভৈল সর্ব্বজন ॥
যবনক দগ্ধ কৰি পাছে মুচুকুন্দ।
আগতে দেখিল পদ্ম লোচন গোবিন্দ ॥

গোবিন্দক নমি ঋষি বনতে ৰাহল।
কৃষ্ণ ৰাম দুয়ো ভাই দ্বাৰকাত গৈল॥
উগ্ৰসেনে ৰাজা পাতি আনন্দে বিহৰে।
শিশুপাল হন্তে পাছে ৰুক্মিনীক হৰে॥
ৰাক্ষস বিবাহ কৰি আনিল তাহাক।
পৰে জাম্বৱতী মিত্ৰে বৃন্দা বিহাইলেক॥
কালিন্দী লক্ষ্মণা ভদ্ৰা নগ্নজিতী আদি।
অন্ট মুখ্য পৃথকে বিহাইল যদুপতি॥
ইটো অষ্ট জনা মুখ্য কৃষ্ণৰ মহিষী।
প্ৰথমে জন্মিল ৰুক্মিনীৰ পুত্ৰ শশি॥

## অথ প্ৰদ্যুম্ন হৰণ॥

### পদ।

প্ৰদ্যুম্ন ৰুক্মিনী পুত্ৰ পৰম সুন্দৰ।
জাত কৰ্ম্ম আদি ক্ৰিয়া কৈল গদাধৰ॥
সম্বৰ অসুৰে সুতি গৃহতে হৰিল।
মায়াবী দানব আপোনাৰ ঘৰে নিল॥
দানবে হৰিল সুত কৃষ্ণ শোক মন।
ৰক্ষা হেতু দেৱী পদে পশিল শৰণ॥

বৃত্ৰাসুৰ আদি যিটো লীলা য়ে বধিল।
সেহি যোগ মায়া পদে শৰণে পশিল॥
পৰম কাৰ্প্যূন্য ভাবে সুমধুৰ স্বৰে।
মহাভক্তি ভাৱে স্তুতি কৰে মুৰহৰে॥
ত্ৰয়োবিংশ অধ্যা পুণ্য ভাগবতপদ।
কৃষ্ণ জন্ম ৰহস্য মধুৰ বিদগদ॥
ভণিল গোপালে দেব মহন্তৰ পদে।
হৰি নাম ভেলা বান্ধা সংসাৰ সমূদ্ৰে॥

## অথ কৃষ্ণৰ বিলাপ।

### লেচাৰী।

পূৰ্ব্ব জন্মে আই বহু ঘোৰ, তপস্যা কৰিলো নিৰন্তৰ
পূজিলো তোমাক বিবিধ দ্ৰব্য অৰ্চ্চনে।
সেহি নাৰায়ণ ধৰ্ম্ম পুত্ৰ, বদৰিকা শ্ৰমে কৈলো ব্ৰত,
তান ভক্তি আবে পাসৰিলা তুমি কেনে॥
কোনো দুষ্ট জন মায়া বাদী,
হাসি খেলা কিম্বা হিংসা সাধি,
সুতিকাৰ পৰা হৰিল্প মোৰ বালক।

তুমি আদি মান ৰক্ষা মূল, ভকত তোমাৰ লজ্জা স্থল,
মান ৰক্ষাকৰি ইবাৰ তাৰিয়ো মোক ।
হে দুৰ্গা ইটো নগৰী বৰ, অতি গোপণীয় অনেক দূৰ,
তাৰ মধ্যভাগে মন্দিৰ আছয় মোৰ ।
সূতিকা আগাৰ অন্তঃপুৰ, আচোক বায়ূৰো নাহি ঘোৰ
তথাপিতো শিশু হৰিল দোষে আমাৰ ।
আন কোন ৰাজ্যে যোৱানাই, আচোক যাদব ঘৰে মই,
মহাবীৰ গণে সদায়ে ৰাখন্ত পুৰী ।
তোমাৰেসে ইটো মায়া মাতৃ । প্ৰত্যক্ষ প্ৰমাণে কৰো দৃষ্টি
হৰিলা বালক তুমি কেনে মায়াকৰি ।
অতি গূঢ় তযু চৰিত্ৰ আই, মোৰ জানিবাক শক্তি নাই,
অল্পমতি নৰে জানিবে কিৰূপে তাক ।
মোহোৰ চক্ষুত দিলে ধুলি, কোনজন সিটো গৈল ছলি,
হৰিল অম্বিকা । তোমাৰ মায়া সম্যেক ॥
পূৰ্ব্বে তুমি মোৰ মাতৃ গৰ্ভে, মহা যোগমায়া বল দৰ্পে,
পঞ্চম মাসতে ৰামক অন্তৰাই নিল ।
ৰোহিণীৰ গৰ্ভে দিলা ৰাম, জনমাইলা তুমি পূৰ্ণ কাম,
পতি অসংযোগে দূৰতে পিতাক থৈলা ।
পিতা থাকে কংস বন্দীসালে, কিমতে ৰোহিণী গৰ্ভ পালে
পতি অসংযোগে কিমতে গৰ্ভ সম্ভব ।

তথাপি তোমাৰ মায়া বলে,　পঞ্চমাস গৰ্ভ নিলা ছলে,
এতেকতে ৰাম ৰোহিণী গৰ্ভ প্ৰশব ।
মায়া বলে তুমি কৰা সৃষ্টি,　বিষ্ণু ৰূপে পালা ভগবতি,
কালে সংহৰিয়া পুনৰপি কৰা স্থিতি ।
পাপক্ষয় তযু ৰীতি আই,　বুজিবে দেবৰো শক্তি নাই,
অখিল জগত সবেয়ো তোমাৰ সৃষ্টি ।
পুত্ৰ জনমাই আনন্দ দিলা, নিজে হৰি পুনু দুঃখ ভোগালা
পুত্ৰ শোকে দেহ দহিছে জননী মোৰ ।
চাতকিনী প্ৰায় মাতৃ তাৰ,　কৰন্ত ক্ৰন্দন নিৰন্তৰ,
সৰ্ব্বদায়ে দুঃখ কৰন্ত সমীপে মোৰ ।
অনন্ত মহিমা তুমি আই,　শৰণে পশিছো তযু ঠাই,
কহিবে নপাৰো ভব সাগৰৰ কষ্ট ।
পুত্ৰ উপজিলে বাঢ়ে সুখ,　নাশ ভৈলে পুনু মহা দুঃখ,
ইটো দেশাচাৰ কহিছে শাস্ত্ৰ পণ্ডিত ।
কিকৰিবো মাতৃ। আবে মই,　প্ৰথম সন্তান কৈক যাই,
পূত্ৰ শোক শেল ফুটিছে হৃদয় মাজে ।
কৰোহো মানস তযু আগে, পূজিবো তোমাক যজ্ঞ ভাগে
তোমাক পূজিলে শান্ত হোৱে সামবাজে ।
জীবিত আছয় যদি মোহোৰ সন্তান ।
দোষ ক্ষমি একবাৰ কৰোৱা দৰ্শণ ।

ব্যাসদেব কহে নৃপ সংসাৰী কেশব ।
স্তুতি কৰিলন্তে দেবী ভৈল আবির্ভাব ॥
সাক্ষাতে দর্শন দিয়া বুলিল তখন ।
নকৰিবা শোক কৃষ্ণ পুত্রৰ কাৰণ ॥
পূর্ব্ব শাপ ফল আবে ফলিত হইল ।
এতেকে সম্বৰে কাল যোগে হৰিনিল
ষোড়শ বৰিষ ভৈলে সম্বৰ বধিবা ।
মোৰ অনুগ্রহে তেবে পুত্র পুনু পাইবা ॥
এতকহি চণ্ডিকা ভৈলন্ত অন্তর্দ্ধান ।
দেবী বাৰে ভগবান সুস্থ ভৈলমন ॥
চতুর্ব্বিংশ অধ্যাপদ প্রদ্যুম্ন হৰণ ।
ভণিল গোপালে ৰাম বোলা সর্ব্বজন ॥

## জন্মেজয়ৰ প্রশ্ন

## পদ

জন্মেজয় কহে গুৰু তোমাৰ বচনে ।
জন্মিল সংশয় বৰ আচৰিত জ্ঞানে ॥
নাৰায়ণ অংশে বাসু দেব মহামতি ।
সেহি বিষ্ণু তাৰ দুঃখ দেখে ভগবতী ॥

সুতি গৃহ হন্তে যেবে বালক হৰিল।
বাসুদেব তথাপি জানিবে নপাৰিল॥
ৰক্ষকে বক্ষিত পূৰী বায়ু অসঞ্চাৰ।
অন্তঃপূৰে সূতি গৃহ দুর্গম সবাৰ॥
হেন স্থানে গৃহভেদি দৈত্য প্ৰবেশিল।
অতি আচৰিত কৃষ্ণে তবু নজানিল॥
ইহাৰ কাৰণ দেব কহিয়ো বিস্তৰি।
কোন হেতু বাসুদেব জানিবে নপাৰি॥
ব্যাসদেব কহে ৰাজা মায়ামূল সাৰ।
মনুষ্যৰ মন মোহি বুদ্ধি কৰে চুড়॥
পৰম সাত্ত্বী মায়া সকলে জানন্ত।
এতবলি কোনেজানো লোক এৰাবন্ত॥
গুণতে মানুষ জন্ম সবে গুণ ময়।
দেবকি অসুৰ দেহী মাত্ৰে ইটো হয়॥
ক্ষুধাতৃষা নিদ্ৰাভয় শোক হৰ্ষকাম।
মান অপমান জৰা মৰণ আৰাম।
অজ্ঞান অপ্ৰীতি গ্লানি অসুয়া ৰাগ দ্বেস
দেহী মাত্ৰে ইটোসব লবন্ত নৰেশ॥
যেনে স্বৰ্ণমৃগ ৰাম চিনিবে নপাৰি।
তাকখেদি যান্তে সীতা হৰিল দেবাৰী॥

মাৰিল যটায়ু যেনে ইয়ো সেহিৰূপ ।
অভীযেক দিনে ৰাম সন্যাসী যিৰূপ ॥
পিতাৰ মৰণে ৰাম শোক নজানিল ।
মুৰ্খহেন বনে বনে সীতাকে খুজিল ॥
ৰাবণে জানকী হৰে ৰামে নজানিল ।
বানৰ সহায়ে পাছে সাগৰ বান্ধিল ॥
লঙ্কাত সমৰ কৰি ঘোৰ দুঃখ ভোগে ।
নাগ পাশে বান্ধপাই দৈবকৰ্ম্ম যোগে ॥
গৰুডক স্মৰি মুক্ত ভৈল ৰঘুপতি ।
বধিল ৰাবণ পাছে বংশ সমন্বিতি ॥
অগ্নিত পৰীক্ষা কৰি আনিল সীতাক ।
লোক অপযশে পুনু বিসৰ্জ্জিলে তাক ॥
বীৰ্য্যপুত্ৰ লবকুশ ৰামে নাচিনিল ।
মুনিয়ে চিনালে তেবে পুত্ৰবুলি লৈল ॥
পাতালে জানকী গৈল ৰাম নজানিল ।
ক্ৰোধ কৰি প্ৰাণ ভাইক মাৰিবে খুজিল ॥
কাল উপসন্ন ভৈল ৰামে নজানিল ।
মনুষ্যৰ দেহ ধৰি মানুস হইল ॥
গকুলে গোবিন্দ পূৰ্ব্বে কংসভয় পাইল ।
পৰে জৰাসন্ধ ভয়ে দ্বাৰকা পলাইল ॥

অধৰম কৰি কৃষ্ণ ৰুক্মিণী হৰিল :
সিটো কন্যা শিশুপাল ৰাজা বৰিছিল ॥
সুতি গৃহে শম্বৰ হৰিল কৃষ্ণ সুত।
আনন্দৰ পৰে শোক লভিল বহুত ॥
সত্য ভ্ৰামা আজ্ঞামতে ইন্দ্ৰক যুজিল।
স্ত্ৰীজিত হুইয়া পাৰিজাত আনিদিল ॥
স্ত্ৰীৰ মান্য ৰক্ষা হেতুপাছে বান্ধ খাইল।
বৃক্ষে বান্ধি সত্যভ্ৰামা নাৰদক দিলে ॥
সুবৰ্ণৰ কৃষ্ণ লৈই কৰিল মোচন।
প্ৰদ্যুম্নক দেখি জাম্ববতী অপ্ৰসন্ন ॥
মাগিল কৃষ্ণক পুত্ৰ দান জাম্ববতী।
উপমন্যু মুনিস্থানে গৈল যদুপতি ॥
উপমন্যু শিবভক্ত পৰ্ব্বতে থাকয়।
তানস্থানে হৰি শিব মন্ত্ৰদীক্ষা লয় ॥
দণ্ডকমণ্ডলু ধৰি হইল সন্যাসী।
কৰিলেক ঘোৰতপ শিবক উপাসি ॥
দাৰুণ তপস্যা কৃষ্ণ কৈল ছয়মাস।
প্ৰথম মাসক ফলাহাৰ মাত্ৰ গ্ৰাস ॥
পুত্ৰকামে নাৰায়ণ শিব মন্ত্ৰ জপে।
দ্বিতীয় মাসত ফলএৰি জলকম্পে ॥

একপদে ৰহে সদা ইন্দ্ৰিয় নিয়মি ।
তৃতীয় মাসত বায়ু ভক্ষে যদু স্বামী ॥
পদাঙ্গুষ্ঠে ভৰকৰি ঠিয়হুই ৰহে ।
এহিৰূপে ষষ্ঠ মাস তপে অহৰহে ॥
ভক্তিতুষ্ট হুইপাঁচে দেব পশুপতি ।
দৰ্শন দিলন্ত আসি কৃষ্ণক তহিতি ॥
ইন্দ্ৰাদি অমৰে বেঢ়ি বৃষভ আৰূঢ় ।
ব্ৰহ্মা বিষ্ণু যক্ষৰক্ষ গন্ধৰ্ব্ব লগত ॥
কৃষ্ণক সম্বুধি পাচে শঙ্কৰে বুলিলা ।
কষ্টব্ৰত ধৰিকৃষ্ণ মোক তুষ্ট কৈলা ॥
দিবোহো বাঞ্চিত বৰ মাগা যদুসুত ।।
মোহোক দৰ্শনে বাঞ্চা হবে মানোনিত ॥
হেনবাক্য শুনিপাচে দৈৱকীনন্দন ।
শঙ্কৰ প্ৰসন্ন দেখি কৰিলা বন্দন ॥
দণ্ডবতে পদতলে পৰিল কেশব ।
মেঘৰগম্ভীৰ স্বৰে স্তুতি ভক্তি ভাব ॥
সম্ভূৰ আগত বাসুদেব ঠিয় হুই ।
কৰিবে লাগিল স্তুতিমন বাক্যলই ॥

# কৃষ্ণ স্তুতি ॥

## পদ।

শ্রীকৃষ্ণবদতি দেব দেব জগন্নাথ।
সকলৰ ভয়হৰ্ত্তা তুমি বিশ্বনাথ ॥
দেববৈৰী নাশকাৰী ত্রিলোক পালক।
প্রণামো শ্রীনীলকণ্ঠ ত্রিশূল ধাৰক ॥
নমোশৈল সুতাকান্ত নমোযজ্ঞ ভক্তি।
আজি কৃত কৃত্য ধন্য ভৈলো তোমাদেখি
সফল জনম পাদ পঙ্কজ সেবিলো।
তোমাৰ চৰণ প্রভু দর্শন কৰিলো ॥
সংসাৰে স্ত্রীময় পাশে আমিবন্ধ ভৈলো
ৰক্ষালাগি জগদগুৰু শৰণে পশিলো ॥
লভিয়া মানুষ জন্ম আমি অতি ক্ষীণ।
ভবভয়ে শৰণ লইলো কৰা ত্রাণ ॥
গর্ভবাসে মহাদুঃখ পালো পশুপতি।
পাচে কংসভয়ে গকুলত কৈলো গতি ॥
নন্দ গোৱালৰ জাত পৰ আজ্ঞাবৰ্ত্তী।
বৃন্দাবনে ফুৰে লই গৰু ধূলিমাটি ॥

এৰিলো পৈতৃক ৰাজ্য মথুৰা বিভূতি ।
যবনৰ ভয়ে পলাইলো দ্বাৰাৱতী ॥
যযাতিৰ শাপেবন্ধ তাতভয় লভি ।
সজ্জিত মথুৰা ত্যাগি দূৰদেশে গতি ॥
উগ্ৰসেন ৰাজা মই তাৰ দাসকৰো ।
পূৰ্ব্বাবধি যাদবৰ সিটো ৰাজা গুৰু ॥
জগত ঈশ্বৰ সম্ভু মনুষ্য হইলো ।
যুগে যুগে জন্মলভি দুঃখকে পাইলো ॥
দুঃখিত গৃহস্থি ধৰ্ম্ম সদা স্ত্রীৰবশ ।
পৰবশে সদাবন্ধ মোক্ষৰ দুৰ্ল্লভ ॥
ৰুক্মিণীৰ পুত্ৰ দেখি পাচে জাম্ববতী ।
পুত্ৰকামে তপস্যা পাল্কিল পশু পতি ॥
সকাম ভকতি পুত্ৰঅৰ্থে তপকৰো ।
কহিবাক লজ্জা ইটোবৰ বাঞ্চাকৰো ॥
ভকত বৎসল তুমি দেবমুক্তি দাতা ।
পুত্ৰকামে তোমাক আৰাধো তিৰীজিতা ॥
যিটো মূঢ় তুচ্ছ বিনাশিক ফলবাঞ্চে ।
সিটোমুঢ় আমি মায়াজালে বান্ধিয়াছে ॥
এতেকতে পুত্ৰমুখ প্ৰাৰ্থিছোহো সম্ভু ।
ৰমণী পাল্কিল তযু স্থানে আয়লো প্ৰভু ।

তুমি মুক্তি দাতা অবিনাশী ফলএড়ি।
জানিশুনি সংসাৰ দোলত দিলোভৰি॥
অনিত্য সংসাৰ দুঃখ সাধন কেবল।
তদপি নিবৃত্ত নহো মই ধৰ্ম্মপাল॥
আমি সেহি নাৰায়ণ শাপে জন্ম ভৈলো।
মায়াপাশে বন্ধ বহুমতে দুঃখ পায়লো॥

## অথ কৃষ্ণৰ বৰপ্ৰাপ্তি॥

ব্যাসনি গদতি ৰাজা শুনাতাত পাচে।
এহিৰূপে কৃষ্ণ যেবে প্ৰাৰ্থন্তে আছে॥
মহেশ্বৰে বুলিলন্ত শুনিয়ো গোবিন্দ।
হৌউক তোমাৰ বহু পুত্ৰ বলবন্ত॥
শতেক অধিক ষোল হাজাৰ ৰমণী।
হুইবে সবে দশ দশ পুত্ৰৰ জননী॥
এত যদি ভোলানাথ কহিল মাধবে।
কৃষ্ণক প্ৰণামি দেবী বুলিলন্ত তেবে॥
হে, কৃষ্ণ মহাবাহু ইহ সংসাৰত।
মহত গৃহস্থী তুমি হৈয়ো জগন্নাথ॥
শত বৰ্ষ অন্তে ব্ৰাহ্মণৰ শাপ ছলে।
আৰু গান্ধাৰীৰ শাপে ডুবিব সমূলে।

অবগৰ্ব্বে তোমাৰ তনয় সবে হৰি ।
নিজে কটা কটি কৰি যাইবে মৰি ॥
সকল যাদব ক্ষয় হুইবন্ত যেবে ।
নৰ তনু এৰি তুমি যাইবা নিজ ধামে ॥
ভবিষ্যত লাগি শোক নকৰিবা প্ৰভু ।
অৱশ্য সম্ভাবি ফল ধৰিবন্ত বিভু ॥
অষ্টাবক্ৰ শাপে কৃষ্ণ তোমাৰ ৰমণী ।
তযু মৰণান্তে চোৰে হৰিবে তখনি ॥
এতেকতে মোৰ মনে শোক অনুচিত ।
দৈবে যিবা কৰে কোনে কৰিবে খণ্ডিত ॥
এত কহি দেব সমে দেব শূলপানী ।
দেখিতেই অন্তৰ্দ্ধ্যান ভৈলন্ত তখনি ॥
উপমন্যু ঋষিক প্ৰণমি জগন্নাথ ।
শীঘ্ৰ চলি গৈল পুনু দ্বাৰকা পুৰীত ॥
এতেকতে ৰাজা ব্ৰহ্মা আদি দৈবগণ ।
সবাৰ ঈশ্বৰ তবু মায়াতে মগণ ॥
কাষ্ঠৰ পুতলি সম মায়াৰ অধীন ॥
যৈত যৈত পূৰ্ব্বকাম তথাতে গমন ।
পৰ ব্ৰহ্ম শক্তি মায়া তথাতে নিয়ন্ত্ৰ ॥
কদাচিতো ভগবতী হিংসা নকৰন্ত ॥

মোক্ষ লাগি কেবলে ভজিয়ো সৰ্ব্বেশ্বৰী।
তাৰ মায়াজালে সৃষ্টি আছে ৰূপ ধৰি ॥
যদি সেহি চৰাচৰ নকৰে সৃজন।
তেবে মায়া বিনে ইটো হোৱে জড় হেন ॥
মায়াৰ অধীন সুৰাসুৰ সৰ্ব্বজন।
সেহিসে স্বতন্ত্ৰা মাত্ৰ ইচ্ছাৰ অধীন ॥
তাত পৰে তিনিলোকে আন কিছু নাই।
এতেকে সবাৰো সেহি অবাধ্য নিশ্চয় ॥
পৰা শক্তি পদ সেবি জন্ম সম্ফলিলো।
দেবী সেবা বিনে ইটো কুল নাপাইলো ॥
ব্ৰহ্মা বিষ্ণু গৌৰী লক্ষ্মী আদি সৰ্ব্বজন।
চিদানন্দ ৰূপী উপাসন্ত সৰ্ব্বক্ষণ ॥
আত্মাকে ঈশ্বৰ মানি সৰ্ব্বদা চিন্তিবে।
গুৰু মুখে বুজি সদা বেদান্ত শুনিবে ॥
সৰ্ব্ব পাপ হৰ পুণ্য ভাগবত পদ।
শ্ৰবণে কীৰ্ত্তনে পাপ হোৱে ভস্মীভূত ॥
ভূলোকে জনম ধৰি দেব ভগবান।
মায়া জালে বন্ধ হৰাইল পূৰ্ব্ব জ্ঞান ॥
সূত নিগদতি ঋষি ব্যাস দেব মুখে।
শুনিলোহো ভাগবত পৰম কৌতুকে ॥

তেজস্বীৰ অবিহিত দোষ অসম্ভব ।
সাক্ষাতে প্ৰমাণ লোৱা কৌৰব পাণ্ডব ॥
নিৰ্ম্মল কৌৰব ভাল নাই পাপচাৰ ।
তেজস্বী পাণ্ডব কৰে অবিধি আচাৰ ॥
কিন্তু মন্দ কৰ্ম্ম ফল দুৰ্যোৰ বাসনা ।
তাক এড়াইবাক শক্তি আছে কোন জনা ॥
বশিষ্ঠ ঋষিৰ ভাৰ্য্যা ৰাক্ষসী ৰমণী ।
তাৰ পুত্ৰ শক্তি ভাৰ্য্যা ভৈল চণ্ডালিনী ॥
শক্তি পুত্ৰ পৰাশৰ ভাৰ্য্যা কৈবৰ্ত্তিনী ।
কৈবৰ্ত্তিনী সুত ব্যাস ঋষি শিৰোমনি ॥
ব্যাস অনুগামী ভাতৃ জায়া বিধবাত ।
পুত্ৰ পাণ্ডু ধৃতৰাষ্ট্ৰ বিদুৰ মহন্ত ॥
পাণ্ডুভাৰ্য্যা কুন্তী ছয়পতি পৰিণয় ।
পুত্ৰ বধু দ্ৰৌপদীৰো পঞ্চপতি হয় ॥
শাশু বোৱাৰীৰ মাঝে এঘাৰটী পই ।
তথাপিতো থাকে তাৰা শান্তি ধৰ্ম্ম লই ॥
ভীমে বিহাইল পাচে ৰাক্ষসী ৰমণী ।
অৰ্জ্জুনে কৰিল বিহা যাদব কামিনী ॥
কাচা পকা অগনিয়ে কভু নবাচন্ত ।
এত বুলি অগ্নি জানো অশুচি হোৱন্ত ।

কলিৰ মলিন লোকে অধৰ্ম্ম নাচৰি।
হৰি নাম নৌকাবান্ধি লোৱা দৃঢ়কৰি॥
ভাগবত চতুৰ্থ স্কন্ধৰ পদ সাৰ।
ভনিল গোপালে ডাকি বোলা হৰি হৰ॥

চতুৰ্থ স্কন্ধ সমাপ্তঃ॥

## শংখচুৰ বধ।

শ্ৰীকৃষ্ণায়নমঃ। নমো দুৰ্গাৱৈ॥
জয় জয় জগত জনক নাৰায়ণ।
সমস্তৰে আত্মা হৰি ব্ৰহ্ম সনাতন॥
প্ৰকৃতি পুৰুষ দুইকো নিয়ন্তা মাধব।
প্ৰাণামো সবাৰ আত্মা পৰম বান্ধব॥
অৰুণ চৰণে কোটি কোটি নমস্কাৰ।
কৰাকৃপা জগন্নাথ দেব দামোদৰ॥
ইন্ট গুৰু পদৰজ হৃদয়ত ধৰি।
সন্ত মহন্তৰ পদে নমস্কাৰ কৰি॥
নবম স্কন্ধৰ পদ পুন্য ভাগবত।
শঙ্খচুড় বধ নাম পৰম অদ্ভুত॥
শুহি নাহইল নাহইবে যাৰ সম।
একমন্বন্তৰ যাৰ ৰাজা অনুপম॥

দেবমানে একাওৰ যুগ ৰাজ্যভোগ
তিনিলক্ষ অক্ষৌহিণী পদাতি সংযোগ ॥
তিনিলক্ষ মহা মহা বীৰ সেনাপতি।
নব পদ্ম অশ্ব নবপদ্ম ৰথ হাঁতী ॥
শতেক বৰিষ মহেশৰ সংমৰণ।
কোন কালে হেন যুদ্ধ নভৈল কখন ॥
পদ ভাঙ্গিবাক আশা কৰো মূঢ়মতি।
যেহেন টিপচি লঙ্ঘে পৰ্ব্বত হিমাদ্রি ॥
দয়াকৰি অপৰাধ ক্ষমা সাধুজন।
কায় মন বাক্যে বন্দো সবাৰ চৰণ ॥

## নাৰায়ণ স্থানে নাৰদৰ প্ৰশ্ন ॥

### পদ।

ব্যাস দেব কহে জন্মে জয় নৃপবৰ।
কহোকথা শঙ্খ চুড় বধ মনোহৰ ॥
নাৰদ পুচিল পাচে নাৰায়ণ স্থানে।
চাৰিভাৰ্য্যা বিষ্ণুৰ ভৈলন্ত কোনে কোনে ॥
লক্ষ্মী সৰস্বতী গঙ্গা তুলসী ৰূপসী।
কিৰূপে তুলসী জন্ম কহাদেৎ ঋষি ॥

কৈতবা জনম ভৈল পূৰ্ব্বে কোন ছিল।
কোনৰূপে নাৰায়ণে তুলসী পাইল ॥
কিবা তপ কৰিলন্ত জন্ম কোন বংশে।
নির্ব্বিকাৰ ভগবানে পতি পাইল কিসে ॥
সবাৰ ঈশ্বৰ সৰ্ব্ব অধ্যক্ষ পুৰুষ।
সবাৰ আশ্ৰয় সৰ্ব্ব কাৰণ মহেশ ॥
সৰ্ব্বজ্ঞ ঈশ্বৰ ভজি ইহেন তুলসী।
কেনে বৃক্ষৰূপ ভৈল কহাদেব ঋষি ॥
কোনহেতু তুলসী হুইল তপস্বিণী।
সন্দেহ ভঞ্জনা কৰো তযু মুখে শুনি ॥
নাৰায়ণ নিগদতি শুনা তপোধন
মূল আদ্যা শক্তি দ্বিজ সবাৰ কাৰণ ॥
আমি ব্ৰহ্মা মহেশ অনন্ত বাসুদেব।
দেহধাৰী ইন্দ্ৰিয় বিকাৰী হুইসব ॥
অনন্ত ব্ৰহ্মাণ্ড সৃষ্টি মাত্ৰ দেহধাৰী
দেহী মাত্ৰে সবাকাৰ শক্তি অধিকাৰী ॥
নিগুৰ্ণ পুৰুষ ব্ৰহ্ম নোহে কাৰ্য্য ক্ষম।
শক্তি লই জগৎ সৃষ্টিকৰে অনুপম ॥
শক্তি নহইলে সবে মৃতক সমান।
মৃত দেহ নহেকভু সৃষ্টিৰ কাৰণ ॥

মায়াশক্তি তুটভৈলে মুকুতি মিলয় ।
বিতুষ্ট হইলে বন্ধু ভ্ৰমিয়া ফুৰয় ॥
সোহ আদ্যা অংশে জন্ম তুলসী সুন্দৰী ।
তাহাৰ চৰিত্ৰ আবে কহিবো বিস্তৰি ॥
পূৰ্ব্বে কোনদিনে ঋষি বৈকুণ্ঠ ভূবনে ।
কলহ কৰিল গঙ্গা সৰস্বতী সনে ॥
গঙ্গাশাপে সৰস্বতী নদীৰূপ ভৈল ।
সৰস্বতী শাপে গঙ্গা ধৰণী আসিল ॥
নাৰদ পুচিল কেনে গাঙ্গাশাপ দিল ।
সত্ত্বগুণ সৰস্বতী তীৰ্থৰূপ ভৈল ॥
কিহেতু কলহ ভৈল গঙ্গাকো শাপিল ।
দুয়ো তেজস্বিণী কিবা হেতু দ্বন্দভৈল ॥
নাৰায়ন কহে শুনা কথা পুৰাতণী ।
লক্ষ্মী সৰস্বতী গঙ্গা বিষ্ণুৰ ঘৰিণী ॥
একদিনা বিষ্ণুসঙ্গে গঙ্গা কামা তুৰা ।
কৰন্ত আলাপ হাসি কটাক্ষ চতুৰা ॥
শান্তমতী লক্ষ্মী দেবী কিছু না বুলিল ।
মুখৰা বাগিশ্নী ক্ৰোধে গৰ্জ্জিবে লাগিল ॥
আৰক্ত লোচন খঙ্গে অধৰোষ্ঠ কাপে ।
বিষ্ণুক ভৎসনা দেবী কৰে বলদৰ্পে ॥

যিটো মুনি সত্ত্বগুণী তোমাক বোলয়।
নাহি বেদজ্ঞান তাৰ মুৰ্খসে নিশ্চয়॥
সৰ্ব্ব কামিনীৰ প্ৰতি সমভাব ৰাখে।
সেহিসে ধৰ্ম্মিষ্ঠ মান্যবন্ত বুলিতাকে॥
তাৰ বিপৰীত যিটো কৰে হেঁচ তেপ।
সিটো খল ধূৰ্ত্ত আতি ধৰ্ম্মৰ অনুপ॥
সৰস্বতী ক্ৰোধে হৰি বাহিৰে গৈলন্ত।
হেথা গঙ্গা সমে বাণী কলহ কৰন্ত॥
নিৰ্লজ্জ, কামুকী পতি সোহাগী দেখাৱ।
আজি পতি আগে তোৰ মান্যকৰো চুৰ॥
তোৰপতি মোক কি কৰিবে নাহিডৰ।
এত বুলি হাতমেলে চুলি ধৰিবাৰ॥
দেখি পদ্মা লক্ষ্মী আসি মাঝে ঠিয় ভৈল।
মুখৰা বলিষ্ঠা বাণী লক্ষ্মীক শাপিল॥
নদীৰূপে বৃক্ষৰূপে জন্ম ধৰণীত।
বৃক্ষ জল ৰূপে থাক সভাৰ মাঝত।
লক্ষ্মীক শাপিল শুনি কহে গঙ্গাদেবী।
কি কৰিবো পদ্মা মই ওৰ নেপাও ভাবি॥
মুখৰা দন্দুৰী বাক্যবাদী সৰস্বতী॥
যত শক্তি পাৰে দ্বন্দ কৰোক সম্প্ৰতি॥

তাইৰ বল মোৰ বল কাৰকত শক্তি ।
সবেয়ো জানন্ত তাৰ দুস্থ প্ৰকৃতি ॥
স্বতন্তৰা বাক্য সদা মুখে কুবচন ।
মুখ আগলিকা নিলাজনা নাইভ্ৰম ॥
এতবুলি গঙ্গা সৰস্বতীক শাপিল ।
যৈত পাপী ধৰণীত হয়োনদী জল ॥
সৰস্বতী বোলে তোৰ বৰ লাজ আছে ।
দুই সতিনীৰ আগে হাস পতিকাছে ॥
ক্ৰোধ মুখে বাণীপাছে গঙ্গাক শাপিল ।
ধৰনীত তয়োনদী ৰূপে হয়ো জল ॥
হেনকালে পাৰিষদে চৌদিকি বেষ্টিত ।
চতুৰ্ভুজ ধৰি হৰি ভৈল উপনিত ॥
সৰস্বতী হাতে ধৰি শান্তনা কৰিল ।
তিনিও ৰাণীক পাচে সম্মুখি মাতিল ॥

## লক্ষ্মী সৰস্বতী গঙ্গাৰ শাপকথন

### পদ

হৰিবোলে একভাৰ্য্যা প্ৰকৃত সৰীনী ।
দুইভাৰ্য্যা গলগ্ৰহ দ্বন্দৰ মৰ্দ্দনী ॥

তিন হুইলে কাল শক্র সুখৰ কণ্টক।
এতেকন্তে মুখগুণে যাহ পৃথিবীত ॥
লক্ষ্মী যাহ কলাঅংশে বৰ্ম্মধ্বজ গৃহ।
অযোনি সম্ভবা ভূমি মধ্যে জন্মলহ ॥
মোৰ অংশে শঙ্খচুড় বিবাহ কৰিবে।
পাচে কালবশে বৃক্ষ তুলসী হুইবে ॥
আৰু পদ্মা অংশে নদী হুইবা ধৰণীত।
তাত পাছে গঙ্গা জন্ম লভিবে ভূমিত ॥
ভগিৰথ নিবে কুল উদ্ধাৰণ ছলে।
মোৰ অংশে সান্তনু বিহাইবে ভূমিতলে ॥
কলিৰ হুইলে পঞ্চ সহস্র বৰিষ.
পুনৰপি এথাতে আসিবা মোৰ পাস ॥
সৰস্বতী অংশ হুইবে নদী ৰূপে জাত।
নিজে ছলি যাউক আৰে ব্ৰহ্মাৰ নিকট ॥
মুখ আগলিকা বেদ ৰূপে প্ৰবৰ্ত্তোক।
বৰ্ত্তমানে গঙ্গা মহেশৰ ভাৰ্য্যা হৌক ॥
মোহোৰ হেথাতে পদ্মা কেবলে ৰহোক।
পৰম সুশীলা মুখে নাই চাতুবাক ॥
তুলসী ভৈলন্ত সেহি ধৰ্ম্মধ্বজ সুতা।
সৰস্বতী বিষ্ণু সাপে হইল সম্ভূতা ॥

সংক্ষেপ পদক এতমান নিবন্ধিলো ।
বাহুল্যক ডৰে মূল পদক এৰিলো ॥

## অথ কলিযুগ লক্ষণ ।

### পদ ।

নাৰদে পুছন্ত দেব কহয়ো সম্প্ৰতি ।
গঙ্গা এৰি গৈলে কলি হইবে কোন গতি
নাৰায়ণ বদৰি স্থানে তপোবন ।
গঙ্গা সঙ্গে সৰ্ব্ব তাথ কৰিবে গমন ॥
কাশী বৃন্দাবন চিনে আৰ যত তীৰ্থ ।
হৰি আজ্ঞা মতে সবে চলিবে বৈকুণ্ঠ ॥
শালগ্ৰাম শিলা শক্তি শিব জগন্নাথ ।
কলিৰ অযুত বৰ্ষে এৰিবে ভাৰত ॥
শিব শক্তি বিষ্ণু নাম নৰৈব সিকালে ।
পুৰাণ তুলসী সঙ্খ যাবে এক কালে ॥
বেদক্ৰিয়া পিতৃশ্ৰাদ্ধ দেবপূজা দান ।
শ্ৰবণ কীৰ্ত্তন নাম পিত্ৰাদি তৰ্পণ ॥
বেদ বেদাঙ্গাদি সাস্ত্ৰ সবেও চলিবে ।
সন্ত মহন্তাদি গ্ৰাম্য দেবতা উঠিবে ॥

তপ ব্ৰত অনশন সিয়ো হবে চুৰ।
মিথ্যাবাদী কপটীয়া হবে বামাচাৰ॥
অহঙ্কাৰী দাম্ভিক শঠতা চৌৰ হিংসা।
তুলসী বিহীন পূজাহবে কৰ্ম্মনাশা॥
ভিন্ন জাতি স্ত্ৰী পুৰুষে বিবাহ হইবে।
বস্তু অধিকাৰ নিজ স্বামী নাথাকিবে॥
সবে স্ত্ৰীৰ বশ হবে এবে বেশ্যা বৃত্তি।
তৰ্জ্জন গৰ্জ্জন কৰিবন্ত স্বামী প্ৰতি॥
গৃহিণী হৈবন্ত সবে গৃহৰ ঈশ্বৰী।
গৃহস্থ হৈবেক দাস দাসী সমসৰি॥
শ্বশুৰ শাশুৰী দাস সমান কৰিবে।
স্ত্ৰীৰ বন্ধুয়ে সবে কৰ্ত্তা বুজাইবে॥
বিদ্যাৰ সম্বন্ধে সম্ভাষণ নহইব।
অজানিত লোক বন্ধু বান্ধব হইব॥
স্ত্ৰীৰ আজ্ঞা বিনা কোনো পুৰুষে নিশ্চয়
কোনো কাৰ্য্য সাধিবে শকতি নাহিহয়॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰিজাতি।
জাতি ক্ৰিয়া ত্যাগি হবে ম্লেচ্ছৰ প্ৰকৃতি॥
ব্ৰাহ্মণৰ সন্ধ্যা যজ্ঞ সবে লুপ্ত হবে।
চাৰিয়ো জাতিয়ে ম্লেচ্ছ আচাৰ ধৰিবে॥

হৰিনাম বিক্রয় কৰিবে কলিযুগে
শূদ্রে শিষ্য ভজাইবে কাল অনুযোগে ॥
যশ লাগি নিজে দান উৎসর্গ কৰিবে ।
উৎসর্গিয়া দান পাচে নিজে নাহি দিবে ॥
নিজ বৃত্তি ব্রহবৃত্তি গুৰুকুল বৃত্তি ।
নিজ দত্তা পৰ দত্তা কৰিবে আত্মা সাথি ॥
দুহিত্রী গমন কেহো শাশুৰী গমন ।
বোয়াৰী গমন কেহো সৰ্ব্ব যোনিগণ ॥
বাই ভণী নবাছিব মাহী নজানিব ।
ঘোৰ কলিযুগে ভাই বোয়াৰীত খাব ॥
ঘৰে ঘৰে অগম্যা গমন কৰিবন্ত ।
মাতৃ যোনি এড়ি সৰ্ব্ব যোনিতে যাইবন্ত ॥
স্ত্রী পুৰুষ নির্ণয় নৰবে কলিযুগে ।
গ্রাম প্রজা বস্তুৰো ঠিকনা নৰহিবে ॥
অলিক বা দিনচোৰ হুইবে লম্পাট ।
পৰস্পৰে বিবাদী নৰ ঘাতকী বহুত ॥
দ্বিজ ক্ষেত্র বৈশ্যবংশ পাপিষ্ঠ হইবে ।
লাহা লৌহ লবণেৰে বানিজ্য কৰিবে ॥
[illegible] শূদ্ৰৰ যাজক ।
শূদ্র অন্ন ভূঞ্জি শ্মশানত ফুৰিবেক ॥

বেশ্যা গামী হবে সৰ্ব্ব পঞ্চ যজ্ঞ হীন।
যজ্ঞ ত্ৰে সন্ধ্যা হীন অঁ শীত ভোজন॥
পুংশ্চলী কুট্টী শ্য অ'ক্ৰ ৰজস্বল
ব্ৰাহ্মণ ৰন্ধনা গাবে হইবে পাচিক।॥
সিকালত অন্ন যোনি নিয়ম নাৰবে
সকলে আশ্ৰা ম্লেচ্ছ একে হ্ৰু হুইবে
কলিযুগে বে ম্লেচ্ছ মান হুই
ধৰ্ম্ম কৰ্ম্ম লাগিকাৰো ভৰম কৈৰব॥
হস্তমাত্ৰ হবে বৃক্ষ অঙ্গুষ্ঠ মানুষ।
বিষ্ণু যশা হবে হৰি হই আদেশ॥
নাৰায়ণ অংশে কল্কিৰূপে অবতৰি
দীঘল ঘোটকে দীৰ্ঘ তৰোৱাল ধৰি॥
তিনিৰাত্ৰে ম্লেচ্ছ শূন্য কৰিবে ধৰণী।
ম্লেচ্ছ বধি অন্তৰ্দ্ধ্যান কৰিবে তখনি॥
অৰাজক হুইবে দস্যু কৰিবে পীড়ণ
পাচে ছয় ৰাত্ৰি মেঘে কৰিবে বৰ্ষণ
ধাৰাপাতে বৃষ্টি কৰি পৃথিবী ডুবাব
ঘৰবাড়ী বৃক্ষ নৰপশু নথাকিবে॥
দ্বাদশ আদিত্য তেতে হুইবে উদয়।
শুকাবে ধৰণী হবে সত্যৰ উদয়॥

কহিলো পুৰাণ ইটো কলিৰ আখ্যান ।
যিৰূপে শুনিলো গুৰু মুখে তপোধন ॥
নবম স্কন্ধৰ পদ অষ্টম আধ্যায় ।
শ্রবণে কীর্ত্তনে কলি কলুষ খণ্ডয় ॥
ভুকুতি মুকুতি মিলে পুৰে সর্ব্ব কাম ।
ৰচিল গোপালে ডাকি বোলা ৰাম ৰাম

## অথ তুলসী উৎপত্তি ॥

### পদ ।

নাৰায়ণ বদতি শুনিয়ো তপোধন ।
দক্ষ সাবর্ণিক প্রজা পতি পুণ্যবান ॥
পৰম বৈষ্ণব যশোবন্ত কীৰ্ত্তিমন্ত ।
শুচি সংযমন বিষ্ণু অংশে ভৈলা জাত ॥
তাহাৰ তনয় ব্রহ্ম সাবর্ণি ধাৰ্ম্মিক ।
সিজনো বৈষ্ণব অতি শুচি সত্যবাক ॥
তাৰসুত ধৰ্ম্ম সাবর্ণিয়ো জিতেন্দ্রিয় ।
তাহাৰ নন্দন ৰুদ্র সাবর্ণি তেনয় ॥
তাহাৰ তনয় দেব সাবৰ্ণি উত্তম ।
পৰম বৈষ্ণব সদা ব্রত পৰায়ণ ॥

তাৰ পুত্ৰ ভৈল ইন্দ্ৰ সাবৰ্ণিক নাম।
ইজনে বৈষ্ণৱ অতি বিষ্ণু পৰায়ণ॥
ইন্দ্ৰ সাবৰ্ণিৰ পুত্ৰ বৃষধ্বজ নাম
ইটো ভৈল শিৱভক্ত উদাৰ পৰম॥
তাহাৰ আশ্ৰমে শম্ভু স্বয়ংে থাকয়।
তিনিযুগ সদাশিৱ তাৰ ঘৰেৰয়।
পুত্ৰ তুল্য স্নেহ শিৱ কৰন্ত ৰাজাক
সৰ্ব্ব ত্যাগি ৰাজা একমানন্ত শিৱক॥
নাহিমানে নাৰায়ণ লক্ষ্মী সৰস্বতী
সৰ্ব্বদেব দেবী পূজা কৰিল নিবৃত্তি॥
ভাদ্ৰ মাসে মহালক্ষ্মীপূজাকো ভাঙ্গিল।
মাঘে শ্ৰীপঞ্চমী পূজা উচ্ছেদ কৰিল॥
সৰস্বতী পূজা সৰ্ব্বদেবৰ স্থাপিত।
পাপ পূজাবুলি ৰাজ্যে কৰিল নিবৃত্ত॥
যজ্ঞ বিষ্ণু পূজা আদি সূৰ্য্য আৰাধন
দেশযুৰি সৰ্ব্ব পূজা কৰিল উচ্ছন।
দেখি ক্ৰোধে দিবাকৰে শাপিল ৰাজাক
সূৰ্য্য শাপে ৰাজ্য ধন শ্ৰীভ্ৰষ্ট ভৈলেক।
হেনদেখি শূলপাণী শূল লইকৰে।
সূৰ্য্যক মাৰিবে খেদি যায় ক্ৰোধ ভৰে॥

এত অন্তৰে শিব প্ৰৱেশ কৰিল।
শূল হস্ত বৃষাকড চক্ষু উৎফুল॥
বৃষ হন্তে নামি পাচে ভক্তি সহকাৰে।
প্ৰণামিল জগন্নাথে দেব দিগম্বৰে॥
শুদ্ধ শান্ত-লক্ষী কান্ত দেব পৰাৎপৰ।
ৰত্ন সিংহা সনে বসি আছে মুৰহৰ
কিৰীট কুণ্ডল চক্ৰধাৰী বনমালী।
লম্বিত মুকুতা মালা ৰতন দুকুলী॥
নবীন নীৰদ শ্যাম বৰ্ণ চতুৰ্ভুজ।
চন্দনে চৰ্চ্চিত তনু নব পীত বাস॥
সুন্দৰ বদন শ্বেত চামৰে ধুলায়।
কৰ্পুৰ তাম্বুল লক্ষী শ্ৰীহস্তে যোগায়॥
অপেস্বৰী বিদ্যাধৰী নৃত্য গীত কৰে।
তাক দেখি ঈষদ্ধাস্য বক্তিম অধৰে॥
পৰম আতমা দেবভক্ত অনুগ্ৰহি।
ভকতি ৰোচন ৰূপধৰি আছা বহি॥
সেহি ভগবানে শিব প্ৰণাম কৰিল।
সূৰ্য্য সমে ব্ৰহ্মা দেবো শিবক নমিল॥
স্তুতি নতি কৰি সবে হৰক তুষিল।
তুষ্ট হুই সদাশিব আসনে বসিল॥

সুখাসনে বসি পাচে শ্রান্তদূৰ ভৈল।
বিষ্ণু পাৰিষদে শ্বেত চামৰে ধুলাইল
আনন্দে মাতিয়া হৰি শিব মুখ চায়।
মধুৰ বচনে পাচে হৰক সুধায়॥

## শিবৰ উত্তৰ॥

মাধব বদতি শিব কৈৰপৰা আইলা।
কিবাহেতু হেন কোপমন আজি ভৈলা॥
শিবকহে বৃষধবজ মোৰ প্ৰিয়ভক্ত।
প্ৰাণাধিকে মোক সদা ভজনা কৰন্ত॥
অকাৰণে ইতিমধ্যে সূৰ্য্য শাপদিল।
ৰাজ্য ধন শ্ৰীভ্ৰষ্ট দুৰ্গতি লভিল॥
এতেকতে পুত্ৰশোকে সূৰ্য্যক বধিব।
তাৰবধ হেতু যেবে ভৈলোহো উদ্যত॥
ভয়ে পলাই পশিলন্ত ব্ৰহ্মাত শৰণ।
ব্ৰহ্মা সমে আবে আসিসন্ত তযুস্থাণ॥
ধ্যানেয়ো তোমাত যিটো লোৱয় শৰণ।
দুঃখ খণ্ডি তাক ৰক্ষা কৰা জনাৰ্দ্দন॥
প্ৰত্যক্ষ শৰণাপন্নে কত ফল কৈব।
ইটো দুইজনে হৰি ভয়ে নিস্তৰিব॥

মোৰ ভক্ত জনে তবে কি হইল ফল।
মোক ভজি তাৰ কিবা উপকাৰ ভৈল॥
মূঢ় সূৰ্য্য শাপি তাক শ্ৰীভ্ৰষ্ট কৰিল।
মোহোৰ দেহত কিছু মহাত্মা নৰৈল॥
এত কহি নিযমি থাকিল মহাদেব।
মৃদু হাসি পাছে তাঙ্ক বুলিলা কেশব॥

## বিষ্ণুৰ উত্তৰ।

কেশবে বোলন্ত শিব শুনিয়ো নিৰ্ণয়।
দেব মানে এক বিংশ যুগত নিশ্চয়॥
বৈকুণ্ঠে হোৱয় মাত্ৰ অৰ্দ্ধা ঘণ্টা কাল।
বৃষধ্বজে ভোগে এত দিন দীৰ্ঘ কাল॥
এতকাল ভুগি বৃষ ধ্বজ মৃত্যু ভৈল।
পুত্ৰ ৰথধ্বজ সিয়ো শ্ৰীভ্ৰষ্ট মৰিল॥
তাৰ পুত্ৰ ধৰ্ম্ম ধ্বজ আৰু কুশ ৰঙ্গ।
বৈষ্ণব সূৰ্য্যৰ শাপে ভ্ৰষ্ট লক্ষ্মী ৰাজ্য॥
পাৰ্ব্বতী লক্ষ্মীক তুমি তপস্যা কৰিয়ো।
কলা অংশে তাৰ ঘৰে জন্মিবেক দুয়ো॥
সেহি কালে দুই ৰাজা শ্ৰীমন্ত হুইবে।
বৰ্ত্তমানে দুইজন বৈষ্ণব জানিবে॥

ধন ধান্য শ্রীলক্ষ্মী সম্পদ লভিব।
তুষ্ট হুই লক্ষ্মী তাৰ ঘৰে জন্ম লৈব॥
তোমাৰ সেবক সম্ভূ ৰাজা বৃষধ্বজ।
মৰিয়াছে কোন কালে নকৰা বিমর্ষ॥
শীঘ্র নিজালয়ে যোৱাঁ নকৰা আক্ষেপ।
ব্রহ্মা সূর্য্য আপোনাৰ স্থানে চলিয়োক॥
এত কহি লক্ষ্মীকান্ত অন্তঃপূৰে গৈল।
সূর্য্য দেব পদ্ম যোনি স্বস্থানে আসিল॥
তপস্যাত গৈল তেবে দেব মহেশ্বৰ।
হিমালয়ে আচৰিল তপ ঘোৰত্তৰ॥

## অথ শিবৰ তপস্যা এবং লক্ষ্মী অবতাৰ পদ।

হিমালয়ে শিব ঘোৰ তপ আচৰিল।
উগ্র তপে মহা লক্ষ্মী দেবীক যাজিল।
ইষ্টবৰ দিল লক্ষ্মী অভিষ্ট সুসিদ্ধ!
ধর্ম্ম ধ্বজ কুশ ধ্বজ ঘৰে হৈবো জাত।
এত বুলি মহা লক্ষ্মী ভৈল অন্তর্দ্ধ্যান।
তপ নিবর্ত্তিয়া শিব গৈলা নিজ স্থান।
মহাপুণ্যবন্ত পুত্র কুশধ্বজ ৰায়।
তান পত্নী মালাবতী দেবী শুদ্ধ কায়।

কালে তাৰ গৰ্ভে জন্ম ভৈল লক্ষ্মী অংশ
ভূমিষ্ঠ হইবা মাত্রে জ্ঞানৰ প্রকাশ ॥
বেদ ধ্বনি কৰি শ্রুতি গৃহ পূর্ণ কৈল।
জন্ম মাত্রে কন্যা বেদ পঢ়িবে লাগিলা ॥
মুনিগণে তাৰ নাম দিল বেদবতী।
জন্ম মাত্রে স্নান কৰি বনে কৈল গতি ॥
তপোবনে গৈল বেদবতী সাধ্বী সতী।
নিবাৰণ কৰিবে নভৈল কাৰো শক্তি ॥
এক মন্বন্তৰ তপ কৰিল পুষ্কৰে।
অতি উগ্র তপ ক্লেশ লীলায়ে আচৰে ॥
নিৰাহাৰে বাতাহাৰে তপ আচৰণ ।
তথাপি নাহয় পুষ্ট নাহি হয় ক্ষীণ ॥
দৈবত আকাশী বাণী শুনিল তথাত।
পৰ জন্মে ভৰ্ত্তা পাবা দেব জগন্নাথ ॥
ব্রহ্মাৰো আৰাধ্য পতি লভিবা সুন্দৰী।
এত শুনি তুষ্ট ভৈল বেদবতী নাৰী ॥
তৈৰ পৰা গৈল গন্ধমাদন পৰ্ব্বত ।
অধিক নির্জন স্থান পৰম পবিত্র ॥
বহুকাল মহাতপ তাতো আচৰিল।
দৈবে তৈতে দুৰন্ত ৰাবণে গই পাইল ॥

দেখি ৰাবনাক কৈল অতিথি সৎকাৰ।
পাদ প্রক্ষালন জল ফল সুমধুৰ॥
পান হেতু সুগন্ধি শীতল স্নিগ্ধজল।
শক্তি অনুৰূপে ভক্তি সহিতে পুজিল॥
ফল মূল খাই সিটো পাপিষ্ঠ দুৰ্জ্জন।
সমীপক চাপি পাচে বসিল ৰাবণ॥
কোন তুমি কিবা হেতু আছ ইথানত।
পৰম সুন্দৰী পীনস্তন শুৱলিত॥
শৰতৰ পদ্ম যেন হসিত বদন।
কামে মুৰ্চ্ছা ভৈলো ধনি কৰহ শান্তন॥
এহি বুলি হস্তে ধৰি সমীপে আনিল।
শৃঙ্গাৰ কৰিবে লাগি উদ্যত হইল॥
কোপ কৰি সতী বলে এড়াইবাক চাৱে।
হস্তপদ আছাড়ন্ত কি শক্তি এড়াৱে॥
মনে মনে ভবানীক স্মৰণ কৰন্ত।
ৰক্ষাকৰা নাৰায়ণী ভৈলো জাতি ভ্ৰষ্ট॥
নাহিক সহায় কোনো অৰন্য ভিতৰে।
দুৰন্ত দানব হাতে কোনে ৰক্ষা কৰে॥
স্তবে তুষ্ট হুই দেবী ৰাবণে শাপিল।
শাপ শুনি দশানন হাত এৰি দিল॥

কাম বশে বলে তোমা কৰিলন্ত স্পর্শ।
এই হেতু সবান্ধবে হুইবে বিনাশ ॥
বেদবতী বেলে মোক স্পৰ্শিলী ৰাবণ ।
মোৰ লাগি সর্ব্বজন হুইবি নিধন ॥
এত কহি যোগ ধৰি প্ৰাণ তিয়াগিল।
মুহূৰ্ত্ততে আত্মা ব্ৰহ্মৰন্ধ্ৰ ভেদি গৈল ॥
বেদবতী মৃত দেহ গঙ্গা প্ৰাপ্তি কৰি।
যথা স্থানে দশানন দুঃখে গৈল চলি ॥
কি কৰিলো কি দেখিলো কিনো অদভূত
এত চিন্তি লঙ্কাপতি আক্ষেপ কৰন্ত ॥
কালান্তৰে ভৈল পাছে জনক নন্দিনী।
সীতা নামে খ্যাত ৰক্ষ কুল বিনাশিনী ॥
পুৰ্ব্ব জন্মে বেদবতী ছিল তপস্বিনী।
সেহি তপ ফলে ভৰ্ত্তা ৰাম ৰঘুমনি ॥
তপ বলে জাতিস্মৰা হুই জনমিল।
শ্ৰীৰাম সহিত মহা সুখে বিহৰিল ॥
পঞ্চবতী বনে সীতা হৰিল ৰাবণ।
অগ্নি পৰীক্ষাত সীতা অসন্তোষ মন ॥
পুষ্কৰে দুষ্কৰ তপ কৰি আচৰণ।
দেহ ত্যাগি জনমিল দ্ৰুপদ ভবন ॥

যজ্ঞকুণ্ডে উত্তপতি নাম যাজ্ঞসেনা।
এহি বেদবতী পঞ্চ পাণ্ডব গৃহিণী॥
একে বেদৱতী তিন জনম লভিল্।
তৃতীয় জনমে জাতিস্মৰা নাহইল্॥
নাৰদে পুচন্ত দেব বুজিবে নপাৰি।
পঞ্চ স্বামী দ্রৌপদী পাইল কেন কৰি॥
তিন জন্মে তিন পতি বুজিলো শাস্বত।
পঞ্চপতি কাৰণ কহিয়ো দেব ব্রত॥
নাৰায়ণ কহে ঋষি শুনিয়ো কাৰণ।
লঙ্কাত শ্রীৰামে সীতা লভিল যখন॥
সত্য সীতা বৈশ্বানৰ শ্রীৰামে অৰ্পিল।
হেন দেখি ছায়া সীতা কান্দিবে লাগিল॥
প্রথম বয়সী অতিশয় ৰূপবতী।
কামে উত্ৰাৱল সীতা ডাকে পশুপতি॥
পতিং দেহি পতিং দেহি ডাকে পঞ্চবাৰ।
শিব বোলে পঞ্চ ভৰ্ত্তা হইবে তোমাৰ॥
শিব বৰে পঞ্চ পতি দ্রৌপদী লভিল।
লক্ষ্মী অবতাৰ কথা সমাপতি ভৈল॥
তাত পাচে শুনা ধৰ্ম্মধ্বজ স্থতাখ্যান।
পদ্মা অংশে তুলসীৰ জন্ম বিবৰণ॥

## (অথ তুলসিৰ জন্ম বিবৰণ)

## তুলসিৰ উৎপত্তি।

### পদ।

নবম স্কন্ধৰ পদ ষোৰশ অধ্যায় ।
বোলা ৰাম ৰাম ডাকি ব্যাস দেব গায় ॥
নাৰায়ণ কহে শুনা দেবৰ্ষি নাৰদ ।
ধৰ্ম্মধ্বজ ৰাজা পত্নী মাধবি নামত ॥
গন্ধ মাদনত নৃপ প্ৰিয়সী সহিত ।
বিৰচি কুসুম শয্যা চন্দনে চৰ্চ্চিত ।
মৃগমদ সুগন্ধে লেপিত দুয়ো তনু ।
কৰে নানা ৰূপে ৰতি ক্ৰীড়া কাম ভানু ।
সৰ্ব্বাঙ্গ সুন্দৰী বালা ভৰণে ভুষিতা !
কামুকী স্ত্ৰীৰত্ন ৰসবতী ৰসযুতা ॥
সৰ্ব্বদা সুৰতি মগ্ন নুহিকে বিৰাম ।
নাহি অবসাদ নাহি দিবা নিশি জ্ঞান ॥
শীতল মলয় বায়ু গন্ধ মনোহৰ ।
সৰ্ব্বদায়ে কাম বৃদ্ধি কৰে দম্পতিৰ ॥

নাহি ক্ষুধা তৃষ্ণা সদা ৰমনে আসক্ত।
এহি ৰূপে দেব মানে শত বর্ষ গত ‖
নায়ক তৃপিতি ভৈল বিৰাম কৰিল।
কামুকী নায়িকা কিন্তু তৃপ্তি নালভিল ‖
ঋতুবৰ্ত্তে গৰ্ভবতী হইল সুন্দৰী।
দেবমানে শতবর্ষ ভৈল গৰ্ভধাৰী ‖
দিনে দিনে গর্ভ তেজ বাঢ়িবে লাগিল।
এক দিনে প্রসব বেদনা আসি ভৈল ‖
শুভ লগ্ন শুভ চন্দ্র শুভ গ্রহ যোগে।
কার্ত্তিক পূর্ণিমা মঙ্গলৰ দিবা ভাগে ‖
পদ্মা অংশে পদ্মিনী কন্যাক জনমিল।
শৰত পাৰ্ব্বণ চন্দ্র বদন নিৰ্ম্মল ‖
শৰত পঙ্কজ নেত্র ওষ্ঠ বিম্ব ফল।
জন্ম মাত্রে গৃহ খান হাসিয়া উঠিল ‖
হস্ত পদ ৰাতুল ৰকত নখে ৰেখা।
নাভি সৰোবৰ অতি ত্রিবলি ত্রিৰেখা ‖
অধোভাগে স্ত্রী চিহ্ন ত্রিবলি বলিত।
বর্ত্তুল নিতম্ব অতি চিক্কণ ললিত ‖
শীতকালে উষ্ণ গ্ৰীষ্মে লাগয় শীতল।
দুগ্ধ ফেন বিনন্দিয়া শৰীৰ কোমল ‖

কাদম্বিণী ঘনকেশ শ্যাম পীতবৰ্ণ ।
ৰুচিকৰ কপোলে কুঞ্চিত অগ্ৰঘণ ॥
পীত চম্পকৰ বৰ্ণ দেৰকিৰণ ।
সুন্দৰীৰো পৰম সুন্দৰী অতুলন ॥
নৰলোকে নাৰীমধ্যে তাহাৰ সমান ।
তুলনা কৰিবে ঋষি নাহি কোনজন ॥
তুলনাৰ স্থলনাহি এতেকে তাহাক ।
তুলসী বুলিয়া নাম দিল জ্ঞানীলোক ॥
ভূমিষ্ট হুইবা মাত্ৰ প্ৰকৃতি সুন্দৰী ।
বদৰিকা শ্ৰমে তপোবনে গৈল লৰি ॥
নামানিল বাধা কাৰো তপশ্যাত গৈল ।
দেবমানে লক্ষবৰ্ষ উগ্ৰতপ কৈল ॥
মনেভাবে নাৰায়ণ মোৰস্বামী হৌক ।
নিশ্চয় বুদ্ধিত মন তাৰ মজিলে ॥
গ্ৰীষ্মে পঞ্চতপা শীতে ভিজাবস্ত্ৰে থাকে
আসন বান্ধিল ৰৌদ্ৰ বৃষ্টি বাতে ভুগে ॥
বিংশতি সহস্ৰবৰ্ষ ফলাহাৰ কৈল ।
ত্ৰিচ সহস্ৰেকবৰ্ষ পাতা চোবাইল ॥
চৌৱালি সহস্ৰবৰ্ষ বায়ু ভক্ষি থাকে ।
দশ সহস্ৰেক বৰ্ষ কিছুনাহি ভক্ষে ॥

তাৰপৰে একপদে ৰহে দাণ্ডাইয়া ।
হেনকালে ব্ৰহ্মাদেউক দেখিল চাহিয়া ॥
চতুৰ্ম্মুখ ব্ৰহ্মাকদেখিল হংস যানে ।
ভক্তিভাবে প্ৰণাম কৰিল হৃষ্টমনে ॥
হাসি ব্ৰহ্মা দেবে পাচে বচন বুলিল ।
যেহিবৰ বাঞ্ছ সতী সত্য কৰিবোল ॥
হৰিভক্তি হৰিদাসী যিবামনে লয় ।
জৰা ব্যাধি অমৰণ যেহিকাম হয় ॥

## তুলসীৰ প্ৰাৰ্থনা ॥

তুলসী প্ৰাৰ্থন্ত পিতা কৰা অবধান ।
যাকলাগি মোৰ মন হয উচ্ছাটন ॥
সৰ্ব্বজ্ঞান বিধি তুমি মোৰ কিবালাজ ।
পিতাস্থানে পুত্ৰী কহে নহে অসমঞ্জ ॥
পূৰ্ব্বে আমি গোলোকে তুলসী নামেগোপী ।
কৃষ্ণৰ কিঙ্কৰী প্ৰিয়া কৃষ্ণ অংশৰূপী ॥
মোৰসমে ৰতিৰসে গোবিন্দ তৃপিত ।
তৃপিতি নভৈলে আমি হইলো মূৰ্চ্ছিত ॥

হেনকালে ৰাসেশ্বৰী তথাকে আসিল।
পাচে ৰতি মুৰ্চ্ছা মোক দেখিবে পাইল॥
ক্ৰোধে গোবিন্দক ভৎসি মোক দিলশাপ।
মনুষ্য যোনিত জম ধৰ মহাপাপ॥
হেনশুনি দামোদৰে বুলিল কৰুণা॥
মোৰ চতুৰ্ভুজৰূপ পাইবা ললনা॥
ভাৰতে জনমি তপ কৰিবা বহুল।
ব্ৰহ্মাবৰে পাবা চতুৰ্ভুজ স্বামী মূল॥
এতকহি জগন্নাথ ভৈল অন্তৰ্দ্ধ্যান।
দেবী শাপে আমি ধৰণীত ভৈলো জন্ম॥
শ্ৰীমন্ত সুন্দৰ মুৰ্ত্তি দেব নাৰায়ণ।
মই যেনেপতি পাওঁ দেহবৰদান॥

## সুধামাৰ শাপ বিবৰণ ॥

### পদ।

ব্ৰহ্মাদেব বোলে শুনা পূৰ্ব্বৰ আখ্যান।
সুধামা নামত গোপ কৃষ্ণ অংশেজন্ম॥
অমিত তেজস্বী হৰি অংশে ভাৰতত।
ৰাধাশাপে জনমিল দনুৰ গৰ্ভত॥

দক্ষৰ দুহিতা দনুভাৰ্য্যা কাশ্যপৰ।
তাৰগৰ্ভে জাত শঙ্খচূড় মহাবীৰ ॥
ত্ৰিলোকে তাহাৰ সম নাহি কোনজন।
গোলোকত ৰাধাতাক কাম ভাবদেখি ॥
দিলশাপ দৈত্যকুলে জন্মহ পাতকী।
ৰাধিকা প্ৰভাবে পাছে শ্ৰীভ্ৰষ্ট ভৈল ॥
জাতিস্মৰ হুইদনু গৰ্ভে জন্ম লৈল।
বৰ্ত্তমানে তাৰ পত্নী হুইবা সুন্দৰী ॥
তাতপাচে এহিকালে পাইবা শ্ৰীহৰি।
কলিযুগে নাৰায়ণ জনম হৈবন্ত ॥
শাপে বসুদেব ঘৰে মথুৰা পুৰীত।
সেহিকালে তুমি বৃক্ষৰূপে জনমিবা ॥
সৰ্ব্ব পুষ্প মধ্যে তুমি প্ৰধাণ হুইবা।
পবিত্ৰ হইবে বিশ্ব লভি তযু ঘ্ৰাণ ॥
তুলসী বিহীনে কৰ্ম্ম নুহিবে শোভন।
নাৰায়ণ প্ৰাণাধিকা বিশ্বৰ পাবণী ॥
সৰ্ব্ব পূজা ব্যৰ্থদেবি তুলসী বিহণি।
বৃন্দাবনে বৃক্ষৰূপে বৃন্দাবণী নাম ॥
তবপত্ৰে গোপীকা পূজিবে ঘন শ্যাম।
গোপসমে মোৰবৰে সুখে বিহৰিবা ॥

এহিবৰ দিলো দেবী সাশ্বতে জানিবা ॥
এত শুনি হৃষ্ট চিত্তে ঈষদ্ধাস্য কৈল ।
অন্ধলা ভিক্ষুক পটানতে তুষ্ট ভৈল ॥
বৃক্ষ হুই মাধবক সেবিবে উপায় ।
দেবতা নাখাই দ্ৰব্য গন্ধে তুষ্টহয় ॥
ব্ৰহ্মাক প্ৰণামি পুনু তুলসী পুচয় ।
দ্বিভুজ শ্যামল কৃষ্ণ অতি প্ৰীতিহয় ॥
দৈবে গোবিন্দৰ সঙ্গে ভাঙ্গিল শৃঙ্গাৰ ।
চতুৰ্ভুজে ততপ্ৰীতি নাহিক আমাৰ ॥
তাহাতে অতৃপ্তা ভৈলো গোবিন্দ বুজিল
ছুই ভুজ কৃষ্ণে আমি তুষ্ট নাহইল ॥
এতেকতে চতুৰ্ভুজ পাইবে আজ্ঞা দিল ।
তাৰ আজ্ঞা মতে প্ৰভু তোমাত প্ৰাৰ্থিল ॥
কিন্তু তযু বৰে পুনু দ্বিভূজ পাইবো ।
এহি আজ্ঞা কৰা ৰাধা শাপে মুক্ত হইবে

## ব্ৰহ্মা কৰ্ত্তৃক ৰাধা মন্ত্ৰদান ।

ব্ৰহ্মা বোলে ৰাধা মন্ত্ৰ কৰহ গ্ৰহণ ।
ষোড়শ অক্ষৰী মন্ত্ৰ ভজ সৰ্ব্বক্ষণ ॥

ৰাধিকাৰ প্ৰাণ তুল্য হুইবা মোৰ বৰে।
ৰাধাৰ অজ্ঞাতে হবে গোপণে শৃঙ্গাৰ॥
ৰাধা সম ভাগ্যবতী তুমিয়ো হুইবা।
গোবিন্দ্ৰ প্ৰিয়সী হুই আনন্দে থাকিবা॥
এত কহি ষোলক্ষৰী মন্ত্ৰ দীক্ষাদিল।
পূজাৰ পটল স্তব কবচ শিখাইল॥
আশীৰ্ব্বাদ কৈল ব্ৰহ্মা শীঘ্ৰ সিদ্ধি হৌক।
শ্ৰীহৰি প্ৰসাদে লক্ষী সমান হুয়োক॥
সিদ্ধ মন্ত্ৰে বৰদান ফল প্ৰাপ্ত হুয়ো।
জগত দুৰ্ল্লভ মহা সুখক ভুঞ্জিয়ো॥
শুনি তুলসীয়ে বৰ সুপ্ৰসন্ন ভৈল।
বৰলভি তপ ক্লেশ সব পাসৰিল॥
ফল সিদ্ধি ভৈলে নৰে সৰ্ব্ব সুখ পায়।
দুঃখ ক্লেশ দূৰকৰি আনন্দে বঞ্চয়॥
অসন শয়ন পান ভোজন উত্তম।
চন্দন চচ্চিত মৃদু পালঙ্কে শয়ণ॥
তুলসীয়ো সেহিৰূপে আনন্দ লভিল।
ব্যাস অনু বন্ধ পদ গোপালে ৰচিল॥
সপ্তদশ অধ্যা তুলসীৰ জন্ম পৰ্ব্ব।
শ্ৰবণে কীৰ্ত্তনে পাপ ৰাশি হয় খৰ্ব্ব॥

অন্তকে পাইলেক পৰা আয়ু হুইক্ষীণ।
বোলা ৰাম ৰাম ঘনে সন্ত সাধুজন ॥

## অথতুলসীৰ বিৰহ বৰ্ণনা ॥

### পদ।

নাৰায়ণে কহন্ত নাৰদ তপোধন।
বৰ লাভে তুলসীৰ তুষ্ট ভৈল মন ॥
নবীন যৌবন বৃষধ্বজৰ নন্দনী।
মদনৰ পঞ্চবানে আকুল পৰাণী ॥
ফুল ধনু ফুল বাণ ফুল অলঙ্কাৰ।
পুলকে পূৰ্ণিত দেহ চক্ষুৰ ৰক্তন্তৰ ॥
ক্ষণিকে বিহ্বল হয় ক্ষণিকতে মূৰ্চ্ছা।
ক্ষণিকে উদ্বিগ্ন ক্ষণে শয়ণ আলস্য ॥
ক্ষণিকতে গাত্ৰ দাই কৰে উচুপিচু।
ক্ষণিকে শুখান ভাব ক্ষণে হাসি মৃদু।
ক্ষণিকে চেতন হয় ক্ষণিকে বিষন্ন।
ক্ষণে বৈসে ক্ষণে যায় শয্যা সন্নিধান ॥
কতোক্ষণে ভ্ৰমহুই ঘুৰি ঘুৰি ফুৰে।
পাগল আনয় কতো বসিয়া ফুকৰে ॥

ক্ষণে গই শয্যা মাঝে সুখ নিদ্রা কৰে।
ঊৰ্ম্মী লাগি পুনু উঠি ঘুৰি পকি ফুৰে॥
ভুতে ধৰা লোক যেন বাতুল চেষ্টায়।
বাঘে ধৰা গৰু যেন পলাইয়া যায়॥
পুষ্প চন্দনৰ শৰ্য্যা কণ্টক সমান।
অমৃত নিৰ্ম্মল ফল জল বিষ হেন॥
সুক্ষ্ম বস্ত্র লাগে দেহে অগনি সমান।
সিন্দুৰ কজ্জল পত্ৰ খুদ খহু যেন॥
ক্ষণে শয়ণত দেখে সুবেশ পুৰুষ।
সুন্দৰ যুবক মৃদু হাসি ৰসাবেশ॥
চন্দনে লেপিত তনু ৰত্ন আভৰণ।
গলে মাল্য পিন্ধি কৰে স্ত্ৰীমুখ চুম্বন॥
ৰসালাপ ৰসাভাব বাক্য সুমধুৰ।
শয্যাত শয়ণ কৰি ভুঞ্জন্ত শৃঙ্গাৰ॥
পুনৰপি উঠি চলি যাইবে খোজন্তে।
অগবাঢ়ি কহে কৈক যাহ প্ৰাণনাথে॥
তাত পাচে পুনৰপি চেতনা লভয়।
কি হইল কি দেখিলো বুলি বিলাপয়॥
ইৰূপে যৌবন দুঃখে বিচেষ্টা কামিনী।
দৈবে শঙ্খচুড় তৈত গৈল মহামুনি॥

যোগীসেব্য মহাযোগী বেশ মনোহৰ।
কৃষ্ণ মন্ত্র সিদ্ধিপাইল পুষ্কৰ ভিতৰ॥
কৃষ্ণৰ কবচ সৰ্ব্ব মঙ্গল উত্তম।
গলে পিন্ধি আছে ৰবদিল ব্রহ্মাদেব॥
পুস্কৰে যাইবে আজ্ঞা দিল পদ্মযোনি।
মনোবাঞ্চা সিদ্ধি হবে যাহ বাচাতুমি॥
ব্রহ্মা আজ্ঞা শঙ্খচূড় তথাতে আসিল।
বদৰিকা শ্রমে তুলসীক দেখা হইল॥
শঙ্খচূড় আসে পাচে দেখিল তুলসী।
নবীন যৌবন কামদেব পূর্ণশশী॥
শৰত পাৰ্ব্বন চন্দ্র মুখ সুপ্রসন্ন।
শৰত পঙ্কজ জিনি বিকশ নয়ন॥
ৰতন নিৰ্ম্মিত মনোহৰ বিমানত।
ৰতন কুণ্ডলে গণ্ড পাণ্ডুৰ ৰঞ্জিত॥
গলে পাৰিজাত মালা সুহাস্য বদন॥
কস্তুৰী কুঙ্কম লিপ্ত মলয় চন্দন॥
সমীপে দেখিয়া তাঙ্ক লজ্জামুখী ভৈল
বস্ত্রৰ আঞ্চলে পাচে মুখধাক দিল॥
ঈষদ্ধাস্য কৰি তাকপ্রতি নিৰীক্ষয়।
পুনু পুনু কটাক্ষ শায়ক প্রহাৰয়॥

নূতন সঙ্গমে লজ্জাবতী অধোমুখী।
শৰত চন্দ্ৰমা ৰশ্মা মুখত প্ৰকাশী ॥
নিৰ্ম্মিত অমূল্য ৰত্নে কুণ্ডল বলয়।
মহামণি খচিত মানিক্য হাৰচয় ॥
সাতসৰী কণ্ঠহাৰ বাজু মুক্তা মালা।
খোপাভৰী মালতীৰ মালা চন্দ্ৰ কলা ॥
মকৰ কুণ্ডল ৰত্নে নিৰ্ম্মিত শ্ৰবণে।
শিল্পকাৰ্য্য বিশিস্ট শোভিছে কৰ্ণমূলে ॥
চিকিমিকি কান্তি গণ্ড পাণ্ডৰে পৰয়।
নিষ্কলঙ্ক পূৰ্ণচান্দে শহাৰ আনয় ॥
মহাৰত্ন সাৰতাৰা হাৰগল দেশে।
পীন কুচ যুগোপৰে দোলে লয়লাসে ॥
ৰতন কঙ্কন শঙ্খ কেয়ুৰ ভুষণ।
মানিক্য অঙ্গুৰীয়ক অঙ্গুলে শোভন ॥
কটিত কিঙ্কিনি কণ্ঠে শোভে গলপটা।
কাচা হৰি দ্ৰাৱ ৰঙ্গে বিজুলীৰ ছটা ॥
নিতম্ব উপৰে দোলে কোটি চন্দ্ৰ হাৰ।
নাভিমূল লম্বিগলে সূৰ্য্য কোটি হাৰ ॥
যোগ ৰবিভূতি শক্তি বাখান নযায়।
ঘোৰ অৰণ্যতো ৰাজ বিভূতি মিলয় ॥

বর্ত্তুল বলিত হস্ত পদলয় লোস।
চঞ্চলা তৰলা লতা নবীন বয়স॥
হাতৰ আঙ্গুলী যেন চাপাৰ কাকলি।
মানিক্য সমান শুভ্র ক্ষুদ্র দন্তাবলি॥
স্থিৰ সৌদামিনী মৃদু মন্থৰ গামিনী।
ললিত বলিত তনু সর্ব্ব সুলক্ষণী॥
সুশীলা ৰূপসী সতী শৃঙ্গাৰ বোশিনী।
সমীপে চাপিয়া শঙ্খচূড়ে শোধেবাণী॥

## তুলসীও শঙ্খচূড়ৰ তর্ক।

### পাদ।

শঙ্খচূড় পুছে তুমি কোন ৰূপৱতী।
কাৰন্যা কল্যানি! সাবিত্রী মানবতী॥
মৌন ধৰি আছা মোক সম্ভাষা সুন্দৰী।
তোমাৰ কিঙ্কৰ আমি ভৈলো আজি ধৰি
প্রণয় বচন শুনি কামুকী ৰমনী।
অধোমুখে ইষৎহাসি কহিল তখনি॥
ধর্ম্মধ্বজ সুতা আমি বনেতপ কৰো।
তপস্বিনী হুইমন সুখেৰে বিহৰো॥
যৈক ইচ্ছা তৈকে যাও যথামন লাগে।
স্ত্রী জন্মে একাকী ৰহো সতী সাধ্বী ভাগে

নীচকুলে জন্ম ধর্ম্ম শাস্ত্র বিবর্জ্জিত ।
শ্রুতিমধ্যে শুনি স্পর্শ নকৰো কশ্চিত ॥
কামার্ত্ত পুৰুষ বৰ্ত্তমানে মুখেমধু ।
অন্তৰত বিষ স্তু বাক্যে মাত্ৰ সাধু ॥
হেনজনে কৰে ইচ্ছা কামিনী সঙ্গম ।
এহি ৰূপ শ্ৰুতি অৰ্থ কৰিছো শ্ৰৱণ ॥
তাত পাচে কহো আবে ৰমনী চৰিত্ৰ ।
শ্ৰুতি পুৰাণৰ মতে যিনাৰী দুষিত ॥
হৃদয়ত ক্ষুৰ মুখে সুমধুৰ বাণী ।
স্বকাৰ্য্য সাধনে পক্ক লম্পট কামিনী ॥
কাৰ্য্যহেতু থাকেসদা স্বামীবশ হুই ।
স্বামীৰো বশ্যতা মানে নিজ কাৰ্য্য লই ॥
অন্তৰ মলীনা ক্ষণে মুখ সুপ্ৰসন্ন ।
শ্ৰুতি পুৰাণৰ মতে দুষ্কিত সিজন ॥
কোন জ্ঞানী জনে তাইক বিশ্বাস কৰয় ।
শত্ৰু মিত্ৰ নাহি নিত্যে নুতন খোজয় ॥
নিত্য নবনব ৰসে ভাসয় অন্তৰ ।
সুবেশ পুৰুষ দেখি হৃদয় কাতৰ ॥
পৰক দেখাই বাজে সতীত্ব বুজাই ।
কামুকী লম্পটা কাচা পাকা নবাচয় ॥

ছল কৰি বাহিৰত আক্ষে পদে থায় ।
অন্তৰে মৈথুন সুখ আশা নচাৰয় ॥
বাহিৰত লজ্জা মুখী পতিক হঁসাই ।
নিজেও হাসন্ত মুখে লজ্জা ভাব লই ॥
শৃঙ্গাৰে সন্তোষ নুইলে কোপ অভিমান ।
বহু মৈথুনত প্ৰীতি অল্পে মন ক্ষুণ্ণ ॥
সুমধুৰ অন্ন পানী মনে আশা কৰে ।
সুন্দ ৰসিক গুণী যুবক বিচাৰে ॥
পুত্ৰতো অধিক স্নেহ কৰন্ত ৰসিকে ।
প্ৰাণতো অধিক প্ৰিয় বাসন্ত সম্ভোগে ॥
বৃদ্ধ স্বামী কিম্বা মৈথুনত শক্তিহীন ।
শত্ৰুতো অধিক ৰূপে কৰন্ত দৰ্শন ॥
কেটেৰা জেঙ্গেৰা সদা কলহ কৰয় ।
অকথাতে দন্দ পাতি কোপ দৃষ্টে চায় ॥
মুখ ওফন্দাই থাকে মনে অভিমান ।
কথাতে বিতন্দা ছলপালে বধে প্ৰাণ ॥
সৰ্পসম খল সিটোজনী দুঃসাহসী ।
নাৰীৰ সমস্ত দোষ তাইতে আছে বসি ॥
ব্ৰহ্মা বিষ্ণু মহেশৰো দুঃসাধ্য মোহিনী ।
তপ মাৰ্গ বিঘ্ন কৰে মোক্ষতো বাঢ়িনী ॥

হৰি ভক্তি বিমুখ কৰায় ইটো মায়া।
সংসাৰ ফাটকে লৌহ শৃঙ্খলে বান্ধিয়া॥
ইন্দ্ৰজাল ৰূপ মিছা সপোন স্বৰূপে।
বাজে ৰঙ্গ ঢ়ঙ্গ কোৱা ভাতুৰী যিৰূপ॥
নানা ৰূপ বিষ্ঠা মূত্ৰ মল যুক্ত দেহ।
গেলা পচা ৰক্তমাংসে দুৰ্গন্ধ দুঃসহ॥
মায়াময় নাৰী বিধি সৃজিল পূৰ্ব্বত।
মোক্ষ দ্বাৰে বিষময় বাসনা জৰিত॥
এত কহি নাৰদ তুলসী বিৰামিল।
মৃদু হাসি শঙ্খ চূড় কহিবে লাগিল॥

## শঙ্খচূড়ৰ উক্তি॥ * ॥

### পদ।

শঙ্খচূড় বদতি তুলসী যি কহিছা।
অলীক নোহয় সৰ্ব্ব নোহে সৰ্ব্ব মিছা॥
ময়ো আবে কহো কিচু সত্য যে অলীক।
দুই বিধ নাৰী পূৰ্ব্বে বিধি নিৰ্ম্মিলেক॥
উত্তমৰো উত্তম প্ৰশস্ত দুই ৰূপ।
লক্ষ্মী সৰস্বতী দুৰ্গা ৰাধিকা স্বৰূপ॥

সাবিত্রী সহিত এহি সব আদ্যা মূর্ত্তি।
সৃষ্টি লাগি আদিতে হইল উতপত্তি॥
ইটো সর্ব্ব সাৰ অংশ সাশ্বত স্ত্রীৰূপ।
সকল মঙ্গলময় জগৎ কীর্ত্তিৰূপ॥
শত ৰূপা দেবহুতি স্বধা স্বাহা।
দক্ষিণা ৰোহিনী শচী বামা জেষ্ঠাছয়া॥
বৰুণাণী কুবেৰাণী দিতি যে অদিতি।
লোপা মুদ্রা অনসুয়া তুলসী কোটভী॥
অৰুন্ধতী অহল্যা সেমনকা মন্দোদৰী।
দময়ন্তী বেদবতী মনসা সুন্দৰী॥
তাৰা গঙ্গা তুষ্টি পুষ্টি স্মৃতি মেধা কালী।
বসুধা মঙ্গল চণ্ডী ষষ্ঠী ধৰ্ম্ম বালী॥
শ্রদ্ধা সান্তি কান্তি ক্ষান্তি স্বস্তি সন্ধ্যানিদ্রা।
ক্ষুধা তৃষা দিবাৰাত্রি কীর্ত্তিক্রিয়া শোভা॥
প্রভা শিধা ধৃতি বৃত্তি সম্পত্তি বহুধা।
যুগে যুগে ইটো সর্ব্ব স্ত্রীৰূপে উদ্ভবা॥
কলাৰো কলাংশ ৰূপে সবে আদি হন্তে।
প্রশস্ত ছায়াৰ বিম্বে পুংশ্চলি হোবন্তে॥
প্রধান সাত্বিক হন্তে যিসব উদ্ভব।
জগতে উত্তম সতী সাবধী সিটোসব॥

শাশ্বতিক নাৰী বুলি কহে জ্ঞানীজন।
ৰজতম নানাবিধ কলাংশে জনম॥
তিনগুণে নাৰী সব হোৱে উতপন্ন।
ৰজোগুণে জাতযিটো ভোগ লিপ সামন॥
মধ্য মস্ত্রী জাতি আক জ্ঞানীয়ে কহন্ত।
সুখ ভোগ বাঞ্চেসদা নিজকাৰ্য্যে ৰত॥
কপটী মোহিনী সিটো ধৰ্ম্মত বিমূখ।
বেশ ভূষা আহাৰে বিহাৰে বৰ সুখ॥
ৰজো গুণ নাৰী সতী সাৰ্ব্বা নাহি হয়।
মধ্যমা স্ত্রীজাতি বুলি জ্ঞানীয়ে কহয়॥
তমো গুনে জাত নাৰী অধমা দুৰ্ব্বোধা।
অসদ চৰিত্রা সদা কাম লোভে মুগ্ধা॥
পৰস্ত্রী স্পৰ্শণ কভু পণ্ডিতে নাকৰে।
নির্জ্জন হউক কিম্বা গ্রামৰ ভিতৰে॥
যদিবা পৰস্ত্রী সঙ্গ উত্তম ৰহস্যি।
তথাপি পণ্ডিতে তাক কভু নাপৰশি॥
ব্রহ্মাৰ আজ্ঞাতে আইলো তোমাৰ সমীপ।
গন্ধৰ্ব্ব বিবাহ কৰি বৰিবো তোমাক॥
দেবতাৰ ভয়দাতা আমি শঙ্খচুড়।
দনু বংশে জাত এভো সুদামা পূৰ্ব্বৰ॥

অষ্ট গোপমধ্যে আমি পাৰিষদ গোপ ।
জন্ম দানবৰ কুলে ৰাধিকাৰ শাপ ॥
কৃষ্ণ মন্ত্রবলে দেৱী আমি জাতিস্মৰ ।
পূৰ্ব্ব জনমৰ কথা সমস্ত গোচৰ ॥
তুমিও তুলসী জাতিস্মৰা কৃষ্ণবৰে ।
ৰাধা শাপে তোমাৰো জনম ইসংসাৰে
হৰিসঙ্গে ৰসভুঞ্জি ৰাধা শাপ পাইলা ।
সি হেতু ভাৰত মাঝে জনম লভিলা ॥
মোৰ সঙ্গে ৰস ভুঞ্জা ৰাধা শাপ খণ্ডি ।
গন্ধৰ্ব্ব বিবাহ কৰা মোহোক কৃষাঙ্গী ॥
এত কহি মুনি শঙ্খচুড় নিযমিল ।
মৃদুহাসি তুলসীযে কহিবে লাগিল ॥

## তুলসীৰ উত্তৰ ॥ * ॥

### পদ ।

তুলসী কহয় যিটো জন সুপণ্ডিত ।
চৰাচৰ জগতে হোৱয় প্ৰশংসিত ॥
সেহি বিধ পতি বাঞ্ছা কৰয় কামিনী ।
কাম বশে ৰমনী বাঞ্ছয় ৰসমনী ॥

ছলে বলে ৰমনীক কৰে পৰাজয়।
কাম নিবাৰণ লাগি কৰন্ত প্ৰণয় ॥
হেন পুৰুষ নাৰী কদাপি নবাঞ্চে
হইলে সংযোগ দৈবে প্ৰেম সুখে বঞ্চে ॥
বৰ্ত্তমানে তুমি বিচাৰত পৰাজিত।
স্ত্ৰী জিত পুৰুষ লোকে অতিব গৰ্হিত ॥
পিত্ৰাদি বান্ধবে ঘৃণা কৰন্ত স্ত্ৰী জিত।
পিতা মাতা ভ্ৰাতা বন্ধু নিন্দয় সতত ॥
জন্মাশৌচে বিপ্ৰ দশ দিনে শুদ্ধ হয়।
দ্বাদশে ক্ষত্ৰিয় পঞ্চদশে বৈশ্য হয় ॥
মাসেকত সূদ্ৰ শুচি বেদৰ নিয়ম।
হীন জাতি সঙ্কৰ অশুচি সৰ্ব্বক্ষণ ॥
স্ত্ৰী জিত পুৰুষো সৰ্ব্বকালতে অশুচি।
চিতা দগ্ধ কালে মাত্ৰ পুড়ি হোৱে শুদ্ধি ॥
স্ত্ৰী জিতৰ পিতৃ ছাঁয়া স্পৰ্ষ নাহি কৰে।
তাৰ হাতে জল পিণ্ড গ্ৰহণ নাকৰে ॥
তাৰ পুষ্পাঞ্জলি দেবতায়ো নাহি লয়।
জ্ঞান ক্ৰিয়া তপ জপ হোমব্যৰ্থ হয় ॥
মই তযু বিদ্যা বল পৰিক্ষা কৰিলো।
কত মান বিদ্যা বল তাকেসে বুজিলো ॥

ৰমনী পৰিক্ষা কৰি স্বামীক বৰয়।
মন নেখাইলে মহা অনৰ্থ ঘটয় ॥
গুণ হীন বৃদ্ধ মুৰ্খ দৰিদ্ৰ যিজন।
ৰোগ গ্ৰস্থ কুৎসিত খণ্ডাল জ্ঞান হীন ॥
খোড়া খঞ্জ অঙ্গ হীন অন্ধলা বধিৰ।
জড় বোবা ক্লিব আৰু অশক্ত বৰ্ব্বিৰ ॥
এহি সবে নিজ কন্যা যিটো দান কৰে।
পদে পদে ব্ৰহ্ম হত্যা সিজয় তাহাৰে ॥
শান্তমতী গুণী যুবা দোষ হীন চায়।
অযাচিত দানে যশ যজ্ঞ ফল পায় ॥
কন্যা প্ৰতিপাল কৰি যদি বিক্ৰী কৰে।
সিটোজন পৰে কুম্ভী পাকৰ ভিতৰে ॥
তৈত থাকি কন্যা মূত্ৰ পুৰীষ ভক্ষয়।
কাক কৃমি দংশে সদা ঘোৰ দুঃখ পায় ॥
চতুৰ্দ্দশ ইন্দ্ৰকাল তাতে পৰি থাকে।
তাত পাচে ৰুগ্ন হুই জন্মে কৰ্ম্ম পাকে ॥
ধৰন্ত কষায় জন্ম মাংস বিক্ৰী কৰে।
দিবা ৰাত্ৰি মাংস বেচি বিহৰে সংসাৰে ॥
এতমান কহিয়া তুলসী ক্ষান্ত ভৈল।
হেনকালে ব্ৰহ্মা দেব তথাতে আসিল ॥

## ব্রহ্মাৰ মধ্যস্থতা কৰণ ॥ * ॥

ব্রহ্মা বোলে শঙ্খচূড় কিকাম কৰিছ।
গন্ধর্ব্ব বিবাহে তাঙ্ক গ্রহণ কৰহ॥
পুৰুষ মধ্যত তুমি পৰম ৰতন।
নাৰী মধ্যে তুলসীও সতী ৰত্ন ধন॥
বিদগ্ধা বিদগ্ধী দুইৰো উত্তম মিলন।
অবিৰোধ হেন সুখ এৰে কোন জন॥
অবিৰোধ সুখ ত্যাগ কৰে যিটো জন।
পশুতো অধম সিটো নিশ্চয় বচন॥
তুলসীক চাহি ব্রহ্মা বুলিলা তখন।
এত.দৃশ গুণী কান্ত পৰীক্ষা কি জন্য॥
দেবতা অসুৰ দানবৰ বিমর্দ্দক।
পৰম উত্তম স্বামী পৰীক্ষা কিসক॥
যথা নাৰায়ণ লক্ষ্মী ৰাধিকা শ্রীকৃষ্ণ।
যথা অত্রি সাবিত্রী ভবানী বৃষধবজ॥
ধৰিত্রী বৰাহ যথা মেনকা হিমাদ্রি।
যথা অত্রি অনসূয়া নল দময়ন্তী॥
যেনে চন্দ্র ৰোহিনী যেহেন ৰতি কাম।
কাশ্যপ অদিতি যেনে অহল্যা গৌতম॥

ষষ্ঠী অৰুন্ধতী যেনে তাৰা বৃহস্পতি।
মনু শতৰূপা কৰ্দ্দম দেবহুতী ॥
স্বাহা অগ্নি যিৰূপ দক্ষিনা যজ্ঞে প্ৰীতি।
দেব সেনা স্কন্ধে যেনে সতী ধৰ্ম্ম মূৰ্ত্তি॥
শচী সমে ইন্দ্ৰ যেন পুষ্টি গনেশ্বৰে।
তুমিয়ো সৌভাগ্য প্ৰীতি হোৱা শঙ্খচু ৰে॥
সুন্দৰ সহিত যোগ উত্তমা সুন্দৰী।
স্থানে স্থানে বিহাৰ কৰিয়ো মন পুৰি॥
বিষ্ণু অংশে শঙ্খচুৰ কৃষ্ণ পাৰিষদ।
বৰ্ত্তমানে তাৰ সঙ্গে ভুঞ্জিয়ো সম্পদ॥
শঙ্খচুড় মৃত্যু ভৈলে বৈকুণ্ঠ ভিতৰে।
চতুৰ্ভুজ বিষ্ণু সমে বিহৰিবা পৰে॥
তাত পাচে গোলোকে দ্বিভূজ কৃষ্ণে পাবা
এহি ৰূপে পুনৰপি নিজ স্থানে যাবা॥
নবম স্কন্ধৰ পদ ভাগবত্তাখ্যান।
শঙ্খচুড় তুলসীৰ বিবাহ মিলন॥
নাৰায়ণ নাৰদৰ সংবাদ উত্তম।
দ্বিজ শ্ৰীগোপাল ভণে বোলাৰাম ৰাম॥

# তুলসী শঙ্খচূড়ৰ বিহাৰ। ১৮

## পদ।

নাৰদ বদতি দেব কৰো নিবেদন।
বিচিত্ৰ আখ্যান ইটো কৰিলা কিৰ্ত্তন॥
যত শুনো তৃপ্তি নোহে শ্ৰৱণ আমাৰ।
তাত পাচে কি ঘটিল কহা এই বাৰ॥
নাৰায়ণ কহে বাপু শুনিয়ো নাৰদ।
নিজস্থানে গৈল বিধি কৰি আশীৰ্ব্বাদ॥
পিতামহ আজ্ঞা মতে তেবে শঙ্খচূড়।
গন্ধৰ্ব্ব বিবাহ কৈল তুলসী বানীৰ॥
বাজিল দুন্দভী স্বৰ্গে পুষ্প বৃষ্টি ভৈল।
তুলসীক লভি দৈত্য আনন্দে বিভোল॥
বাস গৃহে ৰমন কৰন্ত মন সুখে।
মুৰ্চ্ছিত তুলসী নব সঙ্গম সংযোগে॥
নিৰ্জনে তুলসী সুখ সম্ভোগে মগণ।
চৌষষ্ঠি প্ৰকাৰে ক্ৰীড়া শৃঙ্গাৰ উত্তম॥
কাম শাস্ত্ৰে উক্ত ৰসিকৰ যেনে ভাব।
মনো মত্ত নাৰী সঙ্গে যিৰূপ সম্ভাব॥

ৰসিক নাগৰে সেহিমতে ৰসাস্বাদ।
তুলসী সহিতে কৰে আমোদ আহ্লাদ॥
অতি মনোৰম স্থানে হিংস্র জন্তু হীন।
পুষ্প শয্যা পুষ্প ছায়া সুগন্ধি সেবন॥
ফুলনী বাড়ীত নদীতীৰে স্নিগ্ধ স্থানে।
চন্দন চৰ্চ্চিত পুষ্পময় গন্ধ স্থানে॥
ৰসিকা লইয়া তাত ৰসক্ৰীড়া কৰে।
ৰত্ন অলঙ্কাৰ পুষ্প মালা জাতিস্কাৰে॥
ৰতন খচিত অলঙ্কাৰে সুশোভণ।
নাগৰ নাগৰী দুয়ো প্ৰসন্ন বদন॥
ৰসজ্ঞা যুবতী ৰস পণ্ডিত পুৰুষ।
নানা ৰঙ্গ ৰসে কৰে ভৰ্ত্তা মন তোষ॥
ৰস ভাবে ৰসিক যে উন্মত্ত চেষ্টাই।
ৰসীকাৰ বক্ষে দিল তীলক পিন্ধাই॥
চন্দন তীলক দিল কুচ গিৰি মাঝে।
ৰসিকা সিন্দু ৰসিটা দিল গায়ে লাজে॥
সিন্দুৰ তীলক যেবে ৰসিকা পিন্ধাইল।
ৰসিকে তাহাৰ বুকে নখ;ঘাত দিল॥
ৰসিকে দিলন্ত যেবে নখৰ আঘাত।
হাতৰ কঙ্কনে চিহ্ন ৰসিকা দিলন্ত॥

ৰহিকৰ বাম ভাগে কঙ্কনৰ চিহ্ন।
ৰসিকা দিলন্ত দেখি ৰসিকে তখন॥
তাৰ দুই ওষ্ঠ প্রেমে দংশন কৰিল।
ৰসিকা তাহাৰ গালে চাৰি চুমা খাইল॥
তাৰ্ত পাছে আলিঙ্গন চুম্বন কৰয়।
জঙ্ঘাদি মৰ্দ্দন ক্রীড়া দুজনে সাধয়॥
সুৰত বিৰতে দুই জন উঠি বৈসে।
সুবেশ কৰয় যেবে মনে ভাল বাসে॥
ৰসিকা তীলক পিন্ধাই কুঙ্কুম চন্দনে।
মৃগমদ কস্তুৰী লেপয় সৰ্ব্ব অঙ্গে।
অগ্নি শুদ্ধ উত্তম বসন পিন্ধাই দেহে।
কৰ্পূৰ তাম্বুল পাৰিজাত মালা স্নেহে।
অমূল্য ৰতন শুদ্ধ উত্তম আঙ্গঠী
ত্রিলোক দুর্ল্লভ নাগহাৰ মণি জ্যোতি॥
এহি সব পিন্ধাই হাসি কহয় সুন্দৰী
দাসী ভৈলো দাসী ভৈলো যিবা লাগেকৰি॥
ৰসিক নায়ক কৰো ভক্তিতে প্রণাম।
চক্ষু মুখে একবাৰ হাসা দেখো পুনঃ॥
এহি ৰূপে ৰসিকা কৰয় ব্যঙ্গ উক্তি।
কাম ভাবে ক্ষণিক দেখন্ত ৰসপতি॥

পাছে দুই হাতে ধৰি চপাই আনয় ॥
আপোনাৰ বক্ষে মুখ লুকাই ৰাখয় ।
মুখত ওড়ণী লৈই মুখ ধাকি ধৰে ॥
পুলুঙ্গা পুলুঙ্গি কৰে ওড়ণী ভিতৰে ॥
কঠিন গণ্ডত বাৰম্বাৰ চূম' খায় ।
প্রেমে বিম্বস্তুষ্ঠ দুই দংশন কৰয় ॥
ৰসিক পিন্ধাইল অগ্নি শুদ্ধ বস্ত্র দুই ।
বৰুণক জিনি পূর্ব্বে কাঢ়ি আনিছয় ॥
আৰু ৰত্ন ম'লা তাঙ্ক জিনিয়া পাইল ।
ত্রিলোকে দুর্ল্লভ তাকো গলে পিন্ধাইল ॥
স্বাহা দিল নুপূৰ যুগল মনোহৰ ।
ৰোহিণীৰ কুণ্ডল ছায়াৰ বাযুবল ॥
ৰত্নৰ আঙ্গঠী আৰু ৰত্নৰ বলয়া ।
বিশ্বকর্ম্মা দিল শঙ্খ সুচিত্র কলয়া ॥
শয্যাৰ শোভন আতি পদ্ম পাত্র চৰু ।
নানাবিধ বসন ভুষণ স্বর্ণ খাৰু ॥
গল্ধনত গাঠী খোপা মালতীৰ মালা ।
তাহাতো পিন্ধিছে স্বর্ণ গোলাপ মকৰা ॥
গণ্ড পাণ্ডৰ পিন্ধাই চিত্তৰ ওড়াণী ।
ললাটে ৰৌফান্দী ৰেখা চন্দ্র ৰেখা জিনি

জাতি চন্দনৰ ৰেখা কুঙ্কুমে অঙ্কিত।
সিন্দুৰৰ বিন্দু কাঠি দিছে কিনাৰত ॥
কুঙ্কম তীলক মধ্য কপোল উপৰি।
সিন্দুৰৰ বিন্দু তাতে দীপ জ্যোতি কৰি ॥
স্থূল পদ্ম নিন্দি তাৰ পাদ পদ্ম যুগে।
আলতাৰ চিত্ৰ ৰেখা দিছে মনো সুখে ॥
অনুৰাগে হৃদি মাঝে মুহূৰ্ত্ত নিৰীক্ষি।
মনে ভাবে চৰণ পঙ্কজ বিশালাক্ষী ॥
মুখে বোলে হে দেবি! মই তযু দাস।
দাসৰ আশাত তুমি নকৰা নৈৰাশ ॥
এহিৰূপে বাৰম্বাৰ কৰে পৰিহাস।
নুতন প্ৰণয়ে নিত্য নব নব ৰস ॥
ৰত্ন বিশোভিত সালঙ্কৃত হাতে ধৰি।
দুই হাতে সাবটি ৰাখন্ত বক্ষোপৰি ॥
এহি ৰূপে বহু কাল তৈতে বিহাৰিল।
তপোবন এৰি পাচে স্থানান্তৰে গৈল ॥
মলয় পৰ্ব্বতে দেবালয়ে তপাশ্ৰমে।
মনোৰম স্থানে উচ্চ শিৰে পুষ্পোদ্যানে ॥
গিৰিগুহা বন নদী সমুদ্ৰৰ তীৰে।
পবন হিল্লোলে পুষ্প ভদ্ৰা নদী ধাৰে ॥

দিব্য নদী পুলিনত দিব্য নদী তটে।
মধুকৰ সেবিত নিকুঞ্জ চিত্ৰ পটে॥
মধুমাসে মধুকৰ মধুৰ ধ্বনিত।
সুৰসেন বনে আৰু গন্ধ মাদনত॥
নন্দন কাননে চিত্ৰ চন্দন উদ্যানে।
দেবৰ উদ্যানে ফুল বাড়ী নানাস্থানে॥
চম্পক কেতকী আম্ৰ মাধবী মধুৰি।
মল্লিকা কুমুদ কুণ্ড পদ্ম জল সৰি॥
কল্প বৃক্ষ কদলিনী পাৰিজাত বনে।
কাঞ্চন পৰ্ব্বত স্থানে নিৰ্য্যান কাননে॥
কাঞ্চি বনে কিঞ্জনকে কঞ্চুক কাননে।
পুষ্প গাণ্ডু পুষ্প তুলি পুষ্প ময় স্থানে॥
মৃগমদ চন্দন লেপিত পুষ্প তৈল।
আটৰ গোলাপ ঘসি মদনে বিভোল॥
কোকিলৰ কুহুৰব বসন্ত পৱন।
কামুকা কামুকী দুয়ো বিদগ্ধ পৰাণ॥
মন সুখে ৰমে সদা শৃঙ্গাৰ আস্বাদ।
বিহৰন্ত সৰ্ব্বস্থানে নাহি অবসাদ॥
তথাপি তৃপিতি নোহে নুতন দম্পতি।
কৰে বহুকাল ক্ৰীড়া যুবক যুবতী॥

কাম সবে বিষ্ণু দুয়ো পালেন্তি আসিল।
কৃষ্ণা ধৰ্ম্মে নিজাশ্ৰমে গমন কৰিল॥
মনোহৰ ক্ৰীড়া গৃহে কৰিল প্ৰবেশ।
পুনু ৰতি ক্ৰীড়া তাত সুগুছে হুতাস॥
এহি ৰূপে শঙ্খচুৰে ৰমনী বিহৰে।
পূৰ্ণ এক মন্বন্তৰ কাল ৰাজ্য কৰে॥
ইন্দ্ৰ সাবৰ্ণিকে ৰৈবতক মন্বন্তৰ।
একাত্তৰি যুগ ৰাজ্য কৰে শঙ্খচুড়।
এত দীৰ্ঘকাল ৰাজ্য কেহো নকৰিল।
কৃষ্ণ পাৰিষদ ইটো এতেকে পাইল॥

## দেব সকলৰ বিষ্ণুৰ নিকট গমন ॥*॥

### পদ।

নাৰায়ণ কহে ঋষি শুনা পাচ কথা।
দেবক দৌৰাত্ম্য দৈত্য কৰন্ত সৰ্ব্বথা॥
দেবতা অসুৰ আৰু দানব সমস্ত।
গন্ধৰ্ব্ব কিন্নৰ যক্ষ ৰাক্ষসাদি যত॥
সকলোকে শাস্তি কৰে ৰাজা শঙ্খচুড়।
বলে কাঢ়ি লৈল অমৰাবতী মহেন্দ্ৰৰ॥

সকলো দেবৰ অধিকাৰ কাঢ়ি লৈল।
স্বৰ্গৰ ড়কাই পাচে দেবক খেদিল ॥
স্বৰ্গভ্ৰষ্ট দেবসব ভিক্ষা জীবি ভৈল।
বেশ ধৰি পৃথিবীত মাগিবে লাগিল ॥
পৰ্ব্বত কন্দৰে কতো বন গুহা মাঝে।
শঙ্খচুৰ ভয়ে ৰহে দেবতা সমাজে ॥
এহিমতে দেবগণ বহুকাল পৰে।
একে লগ হুই গৈল ব্ৰহ্মাৰ নগৰে ॥
ছিন্ন জীৰ্ণ বেশ দেব মলিন বসণ।
ব্ৰহ্ম লোকে ব্ৰহ্মা স্থানে গৈল সৰ্ব্বজন
শঙ্খচুড় বৃত্তান্ত ব্ৰহ্মাক নিবেদিল।
শুনি সৰ্ব্বজন মিলি শিব স্থানে গৈল ॥
বিধাতা শঙ্কৰ আগে সমস্ত কহিল।
শিব সমে সৰ্ব্ব দেব বৈকুণ্ঠক গৈল ॥
পৰম দুৰ্ল্লভ স্থান জৰা মৃত্যু হীন।
দেবগনে পাইল তথা দ্বাৰৰ সদন ॥
দেখিলন্ত দ্বাৰ পাল ৰত্ন সিংহাসনে।
বসি আছে পীতবস্ত্ৰে শোভে আভৰণে
সৰ্ব্বজন শ্যাম বৰ্ণ বনমালা গলে।
শঙ্খ চক্ৰ গদা পদ্ম ধৰি চাৰি কৰে ॥

শ্ৰীহৰি সমান সবে হসিত বদন।
সুন্দৰ মূৰুতি পদ্ম পলাশ নয়ণ ॥
আগমন বাৰ্ত্তা ব্ৰহ্মা কহিল সবাক।
দ্বাৰ চাড়ি দিল গৈল দ্বিতীয় দ্বাৰক ॥
এহিৰূপে ষোল দ্বাৰ কৰি অতিক্ৰম।
দেব সমে প্ৰবেশিলা পাছে সভাখান ॥
চতুৰ্ভুজ পাৰিষদে বেঢ়িয়া আছয়।
দেব ঋষি গণে বেদ সূক্ত পঢ়িছয় ॥
সবে পাৰিষদ নাৰায়ণৰ সমান।
সবে চতুৰ্ভুজ কণ্ঠে কৌস্তুভ ধাৰণ ॥
নব চন্দ্ৰ মণ্ডল সনান জাতিস্কাৰ।
চতুৰস্ৰ হীৰামণি খচিত সুন্দৰ ॥
মণিৰাজ নিৰ্ম্মিত বিশুদ্ধ হীৰাহাৰ।
মানিক্যে জড়িত মালা গজ মুকুতাৰ।
কোটি কোটি কুন দৰ্পন চতুঃ পাৰ্শ্বে।
সজাই আছে সভাখান বিচিত্ৰ আয়াশে ॥
নানা চিত্ৰ বিচিত্ৰ প্ৰতিমা পট শোভা।
পদ্ম ৰাগমণি বিৰচিত মনো লোভা ॥
উপৰত চন্দ্ৰতাপ সুবৰ্ণ জড়িত।
ইন্দ্ৰকান্ত চন্দ্ৰকান্ত মণি সুশোভিত ॥

শত শত খট খটি শ্যোমন্তে নিৰ্ম্মিত।
চন্দন পল্লব পট্ট সূত্ৰে গ্ৰন্থি যুক্ত॥
ইন্দ্ৰ নীলমণি স্ফটিকৰ স্তম্ভ ৰাশি।
সাৰি সাৰি ৰঞ্জি চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশি॥
তাৰ মাঝে সাৰি সাৰি ৰত্নৰ কলসি।
পাৰিজাত পুষ্পমালা গলে আছে হাসি॥
কস্তুৰি কুঙ্কুম ৰক্ত সুগন্ধ চন্দনে।
লতা গুল্ম পল্লবে ৰঞ্জিত নানা থানে॥
সৰ্ব্বত্ৰে সুগন্ধ বায়ু বহে নিৰন্তৰ।
বিদ্যধৰে গাৱে গীত নাচন্ত অপ্সৰ॥
আয়া মেব্যায়া মেযুৰি সহস্ৰ যোজন।
পাৰিষদে ভৰি পূৰি আছে সভাখান॥
হেন সভা মধ্যে ব্ৰহ্মা শঙ্কৰ দেবতা।
দেখিল মাধব শিৰে সুবৰ্ণৰ ছাতা॥
ৰত্ন সিংহাসনে বসি প্ৰকাশি আছন্ত।
নক্ষত্ৰ মণ্ডলে যেন চন্দ্ৰমা শোভন্ত॥
ৰতন কিৰীটি শিৰেগলে বনমালা।
সুবৰ্ণ কুণ্ডল কৰ্ণে মানিক্য উজ্জ্বলা॥
চন্দনে লেপিত তনু কেলি পথ সম।
আগতে নৰ্ত্তকী নৃত্যদেখে মনোৰম॥

প্রফুল্ল প্রসন্ন চিত্তে মৃদুহাস্য কৰে।
শান্ত মূর্ত্তি সৰস্বতী কন্তমুৰ হৰে ॥
পাদ পথ ধৰি লক্ষ্মী কৰন্ত উপেক্ষা।
কর্পূৰ তাম্বুল লক্ষ্মী যোগান্ত সর্ব্বথা ॥
ভক্তিকৰি গঙ্গা কৰে চামৰ ধুলানি।
শ্বেত চামৰত পঙ্খাকৰে সুৰ ধুণী ॥
সর্ব্বজনে মাথ গুঞ্জি স্তুতি ভক্তিকৰে।
কৃতাঞ্জলি মুনি ঋষি বেদ পাঠ কৰে ॥
পূর্ণকৃষ্ণ ভগবান ইৰূপে দেখিল।
ব্রহ্মাহৰ অদি সবে স্তুতি নতি কৈল ॥
হর্ষে পুলাকিত অঙ্গ সপ্রেম লোতক।
গদ গদ স্বৰে দেব কহে স্তুতি বাক ॥
ভক্তৰো পৰম ভক্ত নম্র আত্মা শুদ্ধি।
কৃতাঞ্জলি দুই স্তুতি কৰেহব বিধি ॥
তাতপাচে হৰে কৈল সমস্ত বৃত্তান্ত।
যেহিৰূপে শঙ্খচুৰে দেবক হিংসন্ত ॥
হেনশুনি সর্ব্বজ্ঞ ঈশ্বৰ সর্ব্বকর্ত্তা ॥
হাসি ব্রহ্মা হৰ প্রীতি বুলিলন্ত তথা।
মনোহৰ শঙ্খচুড় আখ্যান ৰহস্য ॥
কহিবে লাগিলা বিষ্ণু মুখে মৃদুহাস।

## শঙ্খচুৰৰ আখ্যান ॥

### পদ।

ভগবান কহে শুনা পূৰ্ব্বৰ কাহিনি।
শঙ্খচুড় বৃতান্ত সমস্ত আছো জানি ॥
মোৰভক্ত গোপ শঙ্খচুড় মহা তেজা।
তাৰইতি হাস কহো শুনা পদ্ম ভূজা ॥
গোলোক চৰিত্ৰ ইটো পাপনশ কাৰী।
পুন্য বৃদ্ধি হয় ব্ৰহ্মা শুনা কৰ্ণ ভৰি ॥
সুদামা নামত গোপ মোৰ পাৰিষদ।
ৰাধা শাপে দান বীযো নিত ভৈলজাত ॥
একদিনা একা আমি ৰাশ মণ্ডপত।
বিৰজা সহিত ক্ৰীড়াকৰো অবিৰত ॥
হেনকালে কোনদাসী ৰাধাক জনাইল।
শুনি ৰাশেস্বৰী কোপ ঘৃতা হুতি ভৈল ॥
ক্ৰোধে তৈত গই ৰাধা মোক নপাইল।
বিৰ জায়ো ততক্ষণে নদীৰূপ ভৈল ॥
পুনৰপি তৈৰপৰা উলতি আসিল।
সখা সমে মোক নিজ মন্দিৰে দেখিল ॥

সুদামা সহিত মোক মন্দিৰে দেখিয়া।
ক্রোধে বহু ভৰ্ৎসনা কৰিল মৌন হুয়া॥
লগতে সুদামা শুনি সিয়ো ক্রোদ্ধ ভৈল।
মোহোৰ সমীপে ৰাধিকাকো গালিদিল॥
শুনি ৰাধা পঙ্কজ লোচণী ক্রোদ্ধা ভৈল।
বাহিৰে আসিয়া ৰাগে গর্জ্জিবে লাগিল॥
জ্বলিল দুর্ব্বাৰ তেজ চক্ষু ঘোৰবহ্নি।
সঙ্গী লক্ষ কৰি মোক গর্জিল তখনি॥
বাহিৰ হুইয়া পুনু বলকিবে লৈল।
সুদামা তাড়াইল তাতে ক্রোধে শাপ দিল॥
দানবী যোনিত জন্ম ধৰহ পাপিষ্ঠ।
এতিক্ষনে গোলোকৰ পৰা হয়ো ভ্রষ্ট॥
শাপ শুনি সিটো মোক প্রনিপাত কৰি।
কান্দিবে লাগিল দুই হাতে পাৱে ধৰি॥
দেখি ৰাধিকায়ো শোকে কান্দিবে ধৰিল।
পুনু পুনু সুদামাক বাৰণ কৰিল॥
ঠাক বৎস কৈক যাস নাযায়ো কখন।
ঠাক ঠাক বুলি পাচে কৰিল গমন॥
গোপ গোপী সবে দুঃখে কান্দিবে ধৰিল।
সুদামা বিৰহে সবে বিয়াকুল ভৈল॥

পাচে আমি সকলোকে মাতি বুঝাইলো
ৰাধামুক্ষে সমস্তকে আশ্বাস কৰিলো ॥
গোলোকৰ অৰ্দ্ধ ক্ষনে এক মন্বন্তৰ ।
পুনু আসিবন্ত হেথা এত দিন পৰ ॥
গোলোকৰ অৰ্দ্ধ ক্ষনে মন্বন্তৰ জান ।
পৃথিবীৰ মতে ব্ৰহ্মা কাল নিৰূপণ ॥
সুদামাক কৈলো এত কালৰ অন্তৰে ।
আসিবা গোলোকে পুনু নাভাব অন্তৰে
গোলোকৰ পৰা পাচে শ্ৰীভ্ৰষ্ট হুই
খসি পৰি কাশ্যপৰ বীৰ্য্যে লৈল ঠাই ॥
এতেকতে শঙ্খচুৰ পুনু যাবে তথা ;
এত কালে শাপ অন্ত হুইছে বিধাতা ॥
মহাবলী মহাযোগী মায়া বিশাৰদ ।
কামৰূপী সৰ্ব্ব মায়াধৰ পাৰিষদ ।
মোৰ শূল লই শিব ভাৰতে চলোক ।
মোৰ শূলে শিব শঙ্খচুড়ক বধোক ॥
হুই আছে কাল পূৰ্ণ কৰোক সংহাৰ ।
শূল লই তাৰ ৰাজ্যে যোয়া ভুমি হৰ ॥
শঙ্খচুড় বধিবাক বহুত জঞ্জাত ।
মোহোৰ কবচ তাৰ আছয় কণ্ঠত ॥

কবচ থাকিলে মৃত্যু নাসে তাৰ কাছে।
কৱচ প্ৰভাবে সিটো বিজয় সৰ্ব্বত্ৰে ॥
যতক্ষণ আছে কণ্ঠে হিংসন্তায়ো নাই।
কোনোমত অস্ত্ৰে শস্ত্ৰে দেহ নেভেদয় ॥
বিপ্ৰৰূপ ধৰি মই কবচ মাগিবো।
কবচ আনিয়া তাক নিৰ্ব্বীৰ্য্য কৰিবো ॥
তাত পাচে তাৰ ৰূপে তাৰ ঘৰে গই।
তুলসীৰ সতী নষ্ট যেবে কৰো মই ॥
সেহিকালে শঙ্খচুড় মৰিবে বিধাতা।
এহি বৰ পূৰ্ব্বে তাক দিয়াছো সৰ্ব্বথা ॥
তাৰ পত্নী গৰ্ভে যেবে বীৰ্য্যকৰো পাত।
ঘটিবে তাহাৰ মৃত্যু কহিলো নিশ্চিত ॥
দেহ ত্যাগি তুলসী হুইবে মোৰ প্ৰিয়া।
পূৰ্ব্বৰ ৰহস্য ইটো কৈলো বিস্তাৰিয়া ॥
এত বুলি শিব হাতে শূল আনি দিল।
মহেশক শূল দিয়া অন্তপুৰে গৈল ॥
ব্ৰহ্মা ৰুদ্ৰ আগ কৰি দেবতা সকল।
ভাৰত ভূমিত সবে আসি উত্তৰিল ॥
শঙ্খচুড় বধ নাম উনবিংশ অধ্যা।
পৰম গহন ভাগবত ব্যাস ব্যাখ্যা ॥

শ্রবণে কীর্ত্তনে করে কলুষ খণ্ডন।
কর্ণৰ ভূপিতি সাধে পৰম উত্তম ॥
কহয় গোপাল চিন্তি গোবিন্দৰ পদ।
বোলা ৰাম ৰাম ডাকি খন্দোক বিপদ ॥

## মহেশৰ শঙ্খচুড় নগৰে গমন।

### পদ।

নাৰায়ণ বদতি নাৰদ তপোধন।
ব্ৰহ্মা শিব আদি পাচে যত দেবগণ ॥
শঙ্খচুৰ ৰাজধানী যথাতে আছিল।
দানব বিনাশ হেতু তথাকে চলিল ॥
চন্দ্ৰভাগা তীৰে মনোহৰ বটমূলে।
পঞ্চ নদ নামে খ্যাত ধৰণী মণ্ডলে ॥
দেব উপকাৰ লাগি দেব পঞ্চানন।
সেহি বটবৃক্ষ তলে কৰিল আসন ॥
তৈতে বসি চিত্ৰৰথ গন্ধৰ্ব্বে পাঞ্চিল।
দূতৰূপে শঙ্খচুড় সমীপে পঠাইল ॥
সৰ্ব্বেশ্বৰ আজ্ঞা লভি পাচে চিত্ৰৰথ।
শীঘ্ৰ উত্তৰিল শঙ্খচুড় নগৰত ॥

বিচিত্র নগৰ ইন্দ্র পূৰ নোহে সম।
কুবেৰ নগৰো নোহে তাহাৰ উপাম॥
বিংশ ক্রোশ প্রস্থে, দীর্ঘে তাহাৰ দ্বিগুণ।
স্ফটিক নির্ম্মিত গৃহাবলি সুশোভন॥
সপ্তখান যমুনা সপ্তগড় উচ্চত্তৰ।
বেষ্টিত নগৰ বান্ধ অতি দৃঢ়ত্তৰ॥
কোটি কোটি কৃত্রিম ৰতনে বিখচিত।
অগ্নি সম জ্বলে পন্থাবলি শত শত॥
মনি মানিক্যত শোভা চিত্রবেদি সব।
নানাবিধ সৌধাবলি বিচিত্র অপূর্ব্ব॥
সিন্দুৰ সদৃশ ৰক্তমণি নানা থানে।
দিব্য গৃহৰাশি শোভা শত কোটি মানে॥
তাৰ মধ্যে দেখে শঙ্খচূড়ৰ মন্দিৰ।
পূর্ণিমা মণ্ডল যেনে বর্ত্তুল আকাৰ॥
অগ্নিশিখা সম প্রকাশিছে হর্ম্ম্য ৰাশি।
মণিময় প্রস্তৰে নির্ম্মিত অতি ৰশ্মি॥
চতুর্দ্দিকে অগ্নিগড় তাত বান্ধি ছয়।
মিত্রৰ সুগম কিন্তু শত্রু নপাৰয়॥
গড় কাশৰীয়া সেনা ৰহে কোটি কোটি।
অযুতেক মানে দ্বাৰে থাকে মত্তহাতী॥

অতি উচ্চা কাশ ভেদি মনিধ্বজ শোভা।
গগণ পৰশি ধ্বজ কৰিছন্ত প্ৰভা॥
দ্বাৰ পাল ৰহে তাত দ্বাদশ দুৱাৰ।
ইন্দ্ৰমণি বিশোভিত একলক্ষ ঘৰ॥
প্ৰতিপন্থে ৰত্নৰ সোপান আছে সাজি।
*বৰ্ত্তমান পঞ্জাব। অৰ্থাৎ পাচ-
আপ (নদী) পাছত বাখ্যা হৈছে॥
সাৰি সাৰি ৰত্নময় স্তম্ভে আছে ৰঞ্জি॥
ৰাজ্য ভ্ৰমি চৌদিকি দেখিল পুষ্পদন্ত।
ক্ৰমে উপস্থিত ভৈলা দ্বাৰ সমীপত॥
শূল হস্তে দ্বাৰপাল নিযুক্ত আছয়।
হাসি মুখ সৰ্ব্বদায়ে দুৱাৰ ৰাখয়॥
ভয়ঙ্কৰ বেশ তাম্ৰ বৰ্ণ পিঙ্গলাক্ষ।
তাৰ আজ্ঞা লই দ্বাৰে কৰিল প্ৰবেশ॥
তাৰ পৰে অন্য দ্বাৰে কেহো নবাঢ়িল।
ৰণ দূত বুলি সবে দ্বাৰ এৰি দিল॥
অভ্যন্তৰ দ্বাৰে পাছে কৰিল প্ৰবেশ।
তথাত দুৱৰী বাৰ্ত্তা কৰিলন্ত পুচ॥
ৰণৰ বৃতান্ত সব তাহাত কহিল।
দ্বাৰী গৈই শঙ্খচূড়ে সব নিবেদিল॥

আজ্ঞা পাই দূতে তাঙ্ক সভাস্থলে নিল।
সভা দেখি চিত্ৰৰথ বিস্ময় মানিল॥
সভা মাজে ৰত্নময় সিংহাসনো পৰে॥
মানিক্য খচিত ছত্ৰ দণ্ড ধৰি শিৰে॥
কৃত্ৰিমৰ তলে পুষ্প ৰাশি বিখচিত।
চতুৰ্দ্দিকে বেঢ়ি তাঙ্ক কৰিছে শোভিত॥
তিনি কোটি মান সুবেশিত পাৰিষদ।
মাল্য গন্ধে লেপি শুক্ষ্ম বস্ত্ৰ পৰিহিত॥
শিৰে হেম ছত্ৰ ভৃত্য ধৰে সৰ্ব্বদায়।
শ্বেত চামৰত লয়লাসে ধুলাবয়॥
নানা বিধ ৰত্ন অলঙ্কাৰে দেহ ৰঞ্জি।
ৰাজাক আবৰি ভৃত্য সব আছে বসি॥
শত কোটি মান সৈন্যে অস্ত্ৰ শস্ত্ৰ লৈই।
ভ্ৰমণ কৰিছে তৈত ৰক্ষি বেশ হুই॥
ত্ৰিলোকৰ ৰাজ লক্ষী তাহাক শোভিছে।
বৈকুণ্ঠ বিভূতি মুনি তাৰ ঘৰে আছে॥
এহি ৰূপ দেখি পুষ্পদন্ত গণপতি।
বিচিত্ৰ সৌভাগ্য দেখি সবিস্ময় আতি॥
গোপাল বদতি দেব বিস্ময় নামানা।
শ্ৰীহৰি পাৰ্ষদ তাৰ সম কোন জনা॥

একে বৈষ্ণবৰ্ম্ম তেজ তাতে বৰ প্ৰাপ্ত।
ত্ৰিদশৰ লক্ষ্মী তাঙ্ক কৰিছে ভুষিত ॥
পাচে চিত্ৰৰথে ৰাজ ব্যবহাৰ কৰি ।
কহিবে লাগিলা শিব বাক্য হাত যুৰি ॥

## দূতবাক্য ও শিবৰ ৰণ সয্যা ॥

### পদ ।

চিত্ৰৰথ বদতি শুনিয়ো নৰেশ্বৰ ।
আমি শিব ভৃত্য ৰায় গন্ধৰ্ব্ব ঈশ্বৰ ॥
পুষ্পদন্ত নাম মোৰ দূত হুই আইলো ।
শঙ্কৰ বুলিল যিবা কহিবে খুজিলো ॥
ৰাজা কহে যিবা খুচি কহিয়ো সাম্প্ৰত ।
দূতৰ কহিবে বাধা নাহি শাস্ত্ৰমত ॥
হেনশুনি পুষ্পদন্তে বুলিল প্ৰত্যুত ।
কহিছন্ত সদাশিব তোমাৰেসে হিত ॥
দেবতাৰ অধিকাৰ ৰাজ্য এৰি দেহ ।
সকলে শৰণ লৈল শ্ৰীহৰিৰ পাশ ॥
হৰি পাছে নিজ শূল শিব হাতে দিল ।
শূল দিয়া শঙ্কৰক ৰণত পাঠিল ॥

পুষ্প ভদ্রাতীৰে বট মুলে ত্রিলোচন।
বসিআছে তৈত নৃপ তোমাৰ কাৰণ॥
তেঁহো কহি পঠাইছন্ত বিষয় দিবাক।
অথবা কৰহ যুদ্ধ মানি শিব বাক॥
মই গই শঙ্কৰক কিকথা কহিব।
এহি আজ্ঞা কৰা ৰাজা আমি চলি যাব॥
দূত বাক্যে শঙ্খচুড় দিল প্রত্যুত্তৰ।
বুলিলন্ত কোঁৱাগই স্থানে মহেশ্বৰ॥
কালি প্রভাততে আমি যাব তান কাছে।
কৰিবন্ত শিব যাহা বাঞ্চে তাত পাছে॥
শঙ্খচুড় বার্ত্তা দূত শিবক জনাইল।
পুষ্প ভদ্রাতীৰে বটমূলে লাগ পাইল॥
হেনকালে স্কন্দ শিব সমীপে আসিল।
বীৰভদ্র নন্দি সুভদ্রক মহাকাল॥
বিশালাখ্য বাণ পিঙ্গলাখ্য বিকম্পন।
বিৰূপ বাস্কল মণিভদ্র বিকৃতন॥
দীর্ঘদ্রংষ্ট্রা কপিল বিকট বলিভদ্র।
কালকণ্ঠ তাম্র নেত্রে কুটি কাল জিহৱ॥
বলোম্মত্তা ৰণ শ্লাঘি দুর্জয় দুর্গম।
একাদশ কদ্র অষ্ট ভৈৰব সাজন॥

অষ্টবসু ইন্দ্র আৰু দ্বাদশ আদিত্য ।
অগ্নি চন্দ্ৰ বিশ্বকৰ্ম্মা অশ্বিণী মাৰুত ॥
কুবেৰ বৰুণ যম বুধ নলকুবেৰ ।
জয়ন্ত মঙ্গল ধৰ্ম্ম দেব শনৈশ্বৰ ॥
বীৰ্য্যবান কাম দেব দেবী শতকোটি ।
তাৰমধ্যে প্ৰধান যোগিণী এক কোটি ॥
উগ্ৰচণ্ডা উগ্ৰদ্ৰংষ্ট্ৰা কোটভী কোটৰী ।
স্বয়ং অষ্টভুজা ভদ্ৰকালী ভয়ঙ্কৰী ॥
মহাৰত্ন বিখছিত বিমান উপৰে ।
ৰক্ত বস্ত্ৰ পৰিধান ৰক্ত মাল্যাম্বৰে ॥
হাসন্ত নাচন্ত নৃত্য গীত সুমধুৰ ।
ভক্তৰ অভয় দাত্ৰী শত্ৰু ভয়কৰ ।
লক লক লোল জিহ্বা যোজন প্ৰমাণ ।
যোজনত চাৰি ক্ৰোশ গণিত বিধান ॥
শঙ্খ চক্ৰ গদা খড়্গ চৰ্ম্ম ধনুঃ শৰ ।
বৰ্ত্তুল খৰ্পৰ এক যোজন বিস্তাৰ ॥
গভীৰ হোবয় সিটো যোজন প্ৰমাণ ।
যত লাগে তত বাঢ়ে নাহি পৰিমাণ ॥
ত্ৰিশূল আকাশ লগ্নী শক্তি ঘোৰত্তৰ ।
যোজন প্ৰমাণ দীৰ্ঘ হিমাদ্ৰি আকাৰ ॥

মুদ্গৰ মুসল বজ্র খেটক ফলক।
শক্র খাতী মহা মহা দিব্য অস্ত্র ঝাক ॥
বৈষ্ণব বৰুণ অস্ত্র বহ্নি নাগ পাশ।
নাগমুখ ব্যাঘ্রমুখ সর্প মহাপাশ ॥
নাৰায়ণ গৰুড় গন্ধর্ব্ব ব্রহ্ম অস্ত্র।
পাশুপত বাৰুণ পর্ব্বত জৃম্ভনাস্ত্র ॥
মাহেশ্বৰ মহেন্দ্র বায়ব্য সম্মোহন।
পিশাঞ্চ ৰাক্ষস যক্ষ দিব্য অস্ত্রগণ ॥
শত শত মহা অস্ত্র অব্যর্থ মন্ত্রৰ।
প্রচন্দ কোদণ্ড হাতে ভীষণ প্রখৰ ॥
তিনি কোটি ডাকিনী তথাত আসি ভৈল।
তিনি কোটি মহা উগ্র যোগিণী আসিল ॥
ভূত প্রেত পিশাঞ্চ কুষ্মাণ্ড ব্রহ্ম ৰক্ষ।
বেতাল ৰাক্ষস যক্ষ উৰগ অসংখ্য ॥
ইসবক সঙ্গে কৰি দেব সেনাপতি।
কার্ত্তিকে আসিয়া নমিলন্ত পশুপতি ॥
পিতৃ পার্শ্বে আজ্ঞা চাই বসিয়া ৰহিল।
দূতে গৈই শঙ্খচূড়ে সব জানাইল ॥

এক যোজনত ৮ অষ্ট মাইল।

খৰ্পৰ কোটোৰা বাতী ॥

দূত বাক্য শুনি ৰাজা অন্তঃপুৰে গই।
ৰণ বাৰ্ত্তা তুলসীক বুলিলা বুজাই ॥
বাৰ্ত্তা শুনি তুলসী হুইল শুষ্ক কণ্ঠ।
মনত আক্ষেপ কৰি কহিল স্বামীত ॥
মহেশৰ কথা আবে এহিমানে থও।
শঙ্খচূড়ে যি কৰিলে তাৰকথা কও ॥

## তুলসীৰ অনুনয় ॥

### পদ।

তুলসী কহন্ত নাথ! ওহে প্ৰাণনাথ।
দুঃখিনীৰ হৃদি মাঝে বৈসহ তিলেক।
হে প্ৰাণ অধিষ্ঠাতা দেব ৰক্ষাকৰা।
অল্পকাল তুলসীক জীৱ দান কৰা ॥
যাৰ লগে ইটো জন্ম সুখ ভোগ কৈলো।
যাৰ মুখ মধু সদা মুখভৰি পিলো ॥

ৰহ ক্ষণিতেক দেখো তৃষিত নয়ণে।
তুলসীৰ মুখ চাহি দেখা অল্পক্ষণে॥
প্ৰাণ উচু পিচু কৰে মন দগ্ধ ভৈল।
দুঃস্বপ্ন দেখিলো আজি হাতে ফলিয়াইল॥
তুলসী কাকুতি শুনি আহাৰান্ত কৰি।
পণ্ডিতালী ভাবে শঙ্খে কহন্ত সাদৰি॥

## শঙ্খচুড়ৰ প্ৰবোধ।

শঙ্খচুড়া কহে সতী কৰা অৱধান।
মিছাতে নকৰা তুমি শোক দুঃখ মন॥
দৈবাধীন কালমতে কৰ্ম্ম নিবন্ধন।
সুখ দুঃখ হৰ্ষ শোক মঙ্গল বন্ধন॥
কালতে জন্ময় বৃক্ষ কালে জন্মে ডাল।
ক্ৰমে তাত ফল পুষ্প ফলে কালে কাল॥
সেহি সব ফল পাছে পকিলে কালত।
সিসবো ফলয় পুনু পৰন্ত কালত।
কালে বিশ্ব সৃষ্টি হয় কালত বিনাশ।
কালত শ্ৰজন কালে বস্নন্ধৰী নাশ॥
ব্ৰহ্মা বিষ্ণু শিব আদি সবাৰ ঈশ্বৰ।
সংহাৰক ৰুদ্ৰকালে কৰন্ত সংহাৰ॥

সকলে প্ৰকৃতি গত নটুয়া খেলন্ত।
কাল প্ৰাপ্ত ভৈলে আত্মা নিজে সংহৰন্ত॥
স্বতন্ত্ৰ প্ৰকৃতি সৰ্ব্বজনৰ উপৰ।
নিজ ইচ্ছামতে কালে সৃজে চৰাচৰ॥
বিশ্ব সৃষ্টি ৰচি তাৰ মাঝত বিহৰে।
সৰ্ব্বেশ্বৰ সৰ্ব্বৰূপ সৰ্ব্বাত্মা ঈশ্বৰে॥
কাহাৰো নোহয় কেহো নোহে কাৰো সঙ্গী।
কৰ্ম্ম অনুবন্ধে নব নব ৰসৰঙ্গী॥
জীব তে জীব উৎপন্ন জীবতে চৰণ।
জীবয়ে জীবক পোষে জীবতে মৰণ॥
ভজা সেহি দেব সৰ্ব্ব আত্মা বিশ্বময়।
যাৰ আজ্ঞা মতে বায়ু জগতে বহয়॥
যাৰ আজ্ঞা সূৰ্য্যে তাপ দেন্ত অনুক্ষণ।
কালে ইন্দ্ৰ বৃষ্টি কৰে মৃত্যুয়ে হৰণ॥
যাৰ তেজে দহে অগ্নি চন্দ্ৰ সুশীলতা।
মৃত্যুৰো মৰণ যিটো কালৰো নিয়ন্তা॥
যমৰো পৰম যম বিভু সৰ্ব্ব শ্ৰেষ্ঠ।
সৃজনে সৃজিত যিটো জন নিজে সৃষ্ট॥
সংহাৰক সংহৰণ যিটো সৰ্ব্ব স্থিত।
শৰণে পশহ সেহি জন নিজ ইষ্ট॥

কোন জন কাৰ বন্ধু কোন কাৰ অৰি।
ভজা সেহি সৰ্ব্ব বন্ধু দেব বিপদ্ধাৰী॥
মই কোন তুমি কোন কিবা পৰিচয়।
বিধিৰ যোজনা মাত্ৰ সম্বন্ধ ঘটয়॥
বিধি নিয়োগিল পুৰ্ব্বে যোটন কৰিল।
তব কৰ্ম্ম ফলে পুনু বিয়োগ ঘটিল॥
দুঃখে দুঃখে কাল কাটি ভ্ৰমি বেড়াইলা।
এইবাৰে নাৰায়ণে তুমি কান্ত পাইলা॥
যাক লাগি বদৰিকা শ্ৰমে তপ কৈলা।
যি হৰিক লাগে আবে তাহাক পাইলা॥
ব্ৰহ্মা বৰে মই তোমা তপ লাভে পাইলো।
হৰি প্ৰাপ্তি কাল ইটো নিশ্চয়ে কহিলো॥
বৃন্দাবনে গোবিন্দ গোলোকে তাঙ্ক পাব।
মিছা শোক এৰি মনে হৰিক ডাকিব॥
তিয়াগি দানবী তনু ময়ো যাইবো তথা।
দুইজনে দেখা দেখি হইবো সৰ্ব্বথা॥
ৰাধা শাপে দুৰ্লভ ভাৰতে জন্ম পালো।
কিবা শোক কৰা পুনু তথাকে চলিলো
তুমিয়ো ইদেহ ত্যাগি দিব্য ৰূপ ধৰি।
কাতৰ নহয়ে: সেই কালে পাইবা হৰি।

এত কহি সেহি ৰাত্রি তথাতে ৰহিল।
কোমল তুলিত সুখে শয়ণ কৰিল॥
চন্দনে চৰ্চ্চিত পুষ্প শয্যাৰ উপৰি।
নানা বিধ ৰত্ন ৰাজি মন্দিৰ ভিতৰি॥
ৰত্নৰ প্ৰদীপ মধ্যে স্ত্ৰৰত্ন সুন্দৰী।
সুখ সহবাসে পুহাইল বিভাবৰী॥
কান্ত বুকে মুখ গুজি কান্দন্ত সুন্দৰী।
অলস ভৈলন্ত তনু অন্ন পানী এৰি॥
অতি শোক সাগৰত ডুবিল তুলসী।
পুনৰপি শঙ্খ চুড়ে প্ৰবোধন্ত বসি॥
ভাণ্ডীৰ বনত পুৰ্ব্বে কৃষ্ণ ভগবান।
যিটো তত্ত্ব জ্ঞান উপদেশ দিল দান॥
সিটো সৰ্ব্ব শোক নাশী পৰম বিজ্ঞান।
এই বেলা তুলসীক তাহা দিল দান॥
সেহি জ্ঞান লভি দেবী সুপ্ৰ সন্ন ভৈল।
ক্ষনিকতে সৰ্ব্ব দুঃখ বিস্মৰণ ভৈল॥
প্ৰেমত দম্পতি দুয়ো ক্ৰীড়িবে লাগিল।
পুলকিত সৰ্ব্ব অঙ্গ মূৰ্চ্ছিত হইল॥
কাম সুখে দুয়ো জন ভৈল নিমগন।
নিৰ্জনে কৰন্ত ৰতিকাম বিতোপন॥

অঙ্গ উপাঙ্গ যুক্ত সুৰতি সুন্দৰ।
দুই দেহ এক ভৈল অৰ্দ্ধ নাৰীশ্বৰ॥
প্ৰাণতো অধিক প্ৰাণেশ্বৰক মানয়।
তুলসীকো ৰাজা প্ৰাণ অধিক ভাবয়॥
এহি ৰূপে প্ৰাণে প্ৰাণে মিলি দুইজন।
দুই দেহ এক হুই কৰিল শয়ণ॥
লভিল সুনিদ্ৰা আতি মনৰ সন্তোষ।
সুবেশ সুশয্যা সুখ সম্ভোগ বিশেষ॥
ক্ষণে সুচেতন লভি ৰস ব্যঙ্গ কহে।
দিব্য মনোৰঞ্জ কথা পুনু পুনু হাসে॥
ক্ষণে বিশ্ৰামিয়া পুনু ৰস কেলি কৰে।
সুৰতে বিৰত নোহে ৰসজ্ঞ নাগৰে॥
ৰতি সুপণ্ডিত কান্তা কান্ত দুই জন।
চক্ষুৰ পলক দুয়ো নোহে বিস্মৰণ॥
হেন কালে বৃক্ষে বসি ফেচু জালি দিল।
গগণে প্ৰভাতি তাৰা উদিত হুইল॥
এহি ৰূপে সুখে ভাসি ৰজনী পুহাইল।
নায়ক নায়িকা দুয়ো বিচ্ছেদ হুইল॥
নৱম স্কন্ধৰ পদ পুণ্য ভাগবত।
শঙ্খচূড় বধ নামে সমৰ উদ্যোগ॥

প্রেম ভক্তিৰস বিংশ অধ্যা তত্ত্ব সাৰ ।
বোলা ৰাম ৰাম ডাকি সৰ্ব্ব মূলাধাৰ ॥

## শঙ্খচূড়ৰ যুদ্ধ উদ্যোগ।

নাৰায়ণ বদতি শুনিয়ো দেব ঋষি ।
এহি ৰূপে সুখে যেবে পুহাইল নিশি ॥
ভৈলন্ত উদিত্ত সূৰ্য্য পূৰ্ব্ব দিশ হন্তে ।
সংসাৰীৰ ৰাত্ৰি সুখ মাৰ্জ্জনা কৰন্তে ॥
শ্ৰীকৃষ্ণৰ পাদ পদ্ম হৃদয়ত ধৰি ।
শঙ্খচূড় উঠে শয্যা হন্তে গাৱ মুৰি ॥
ব্ৰাহ্ম মুহূৰ্ত্তেতে সুখ শয্যা পৰিহৰি ।
উঠিল নৃপতি ইষ্ট দেৱ হৰি স্মৰি ॥
শুদ্ধ জলে স্নানি ৰাত্ৰি বাস তিয়াগিল ।
ধৌত বস্ত্ৰ পিন্ধি পাচে তীলক লইল ॥
উজ্জ্বল তীলক কৰি ভ্ৰুবৰ মধ্যত ।
আহ্নিক আচৰি ইষ্ট দেব পুজিলন্ত ॥
দধি আমলকি মধু ঘৃত পূৰ্ণ পাত্ৰ ।
নব ৰত্ন শঙ্খ মাঙ্গলিক বস্তু যত ॥
দৰ্শন স্পৰ্শন কৈল ৰিতী ব্যবহাৰ ।
ৰত্ন বস্ত্ৰ কাঞ্চন ভ্ৰাজন কুম্ভ যোৰ ॥

ব্রাহ্মণক নিত্যে দান কৰে যেহিৰূপ।
সিদিনা দিলন্ত দান ত্রিদশৰ ভূপ॥
অমূল্য মুকুতা ৰত্ন মানিক্য হীৰক।
মঙ্গল কামনে দান দিল ব্রাহ্মণক॥
মনোহৰ অশ্বগজ ৰত্ন ধন ধান্য।
ব্রাহ্মণ গুৰুক আক্ষ দেন্ত অকিঞ্চন॥
দু লক্ষ নগৰ গৃহ সহস্র ভাণ্ডাৰ।
শত কোটি গ্রাম দান দিল নৃপবৰ॥
সকল দানবে মিলি পুত্রে ৰাজ্য দিল।
সাগৰান্ত পৃথিবীত অভিষেক কৈল॥
পুত্র হস্তে সমর্পিল ভার্য্যা ৰাজ্যধন।
প্রজা অনুচৰ বর্গ বাহন ভূষণ॥
ৰাজ নীতি ধর্ম্ম নীতি কিঞ্চিত শিখাইল।
প্রজাৰ পালন বিধি যতেক পাৰিল॥

## অথ সৈন্য বিভাগ।

সন্নাহ্য আবন্ধি দেহে ধনুর্ব্বাণ লৈল।
সকলো দেহত ৰত্ন ভূষণ পিন্ধিল॥
শিৰত পিন্ধিল মনি খচিত কিৰীটি।
জল মল কৰে যেন মার্ত্তণ্ডৰ জ্যোতি॥

কৰ্ণত ৰত্ন কুণ্ডল গলে নাগহাৰ।
হিয়াত শ্ৰীবৎস পান্তি হাৰ মুকুতাৰ ॥
কেয়ুৰ কঙ্কন শোভা ৰতন মেখলা।
অগ্নি শুদ্ধ পীত ধুতি বিদ্যুত উজ্জ্বলা ॥
সেনাপতি হুঙ্কাৰিয়া সৈন্য সজ্জাকৈল.।
প্ৰতি সেনাপতি মাঝে বিভাগ কৰিল ॥
এক লক্ষ মত্তহাতী তিনলক্ষ ঘোড়া।
এক অযুতেক ৰথ প্ৰতিজনে ধৰা ॥
তিনকোটি ধনুধাৰী পদাতিক সৈন্য।
তিনকোটি বান্ধৱতী সংগ্ৰামে প্ৰচণ্ড ॥
তিন কোটি শূলধাৰী বিভাগ কৰিল।
এত পৰিমাণে এক সেনাপতি দিল ॥
সবে যুদ্ধ বিশাৰদ বীৰ মহাৰথ।
তিনলক্ষ অক্ষৌহিণী সৈন্য উপৰত ॥
তিনলক্ষে তিনিলক্ষ মহা সেনাপতি।
ৰণৰ তোৰাল সবে মহা যোদ্ধা পতি ॥
তিণ অক্ষৌহিণী বাদ্যভণ্ড নানাৰূপ।
সঙ্গে সাজি বাহিৰ হইল দৈত্য ভূপ ॥
ৰত্নৰ ঘিমানে চৰি ত্ৰিলোক ঈশ্বৰ।
শুক্ৰবৰ্গে আগবাঢ়ি মঙ্গল আচাৰ ॥

শঙ্কৰে দেখিবে লাগি চলে দৈত্য ইন্দ্ৰ।
লগত লড়িল মহা সৈন্য মেঘখণ্ড॥

## সৈন্যবৰ্ণনা॥

নাৰায়ণ নিগদতি, শুনাঋষি মহা মতি,
শঙ্খচূড় সমৰে সাজিল।
তিনিলক্ষ অক্ষৌহিণী, বাহিণী সাজল মুনি,
মুহি নুপজিব নহইল॥

## টিপ্পণী।

ত্ৰিলক্ষা ক্ষৌহিণীং
সেনাপতিং বৃত্বা মহাৰথ॥

তিনিলক্ষ সেনাপতি, মহা মুখ্য যোদ্ধাপতি,
প্ৰতিজনে দশটা নায়েব।
সেনাপতি আজ্ঞাবৰ্ত্তী, প্ৰতি অযুতৰ পতি,
সক সক সেনা পাল সব॥
সবে মিলি তিন লক্ষ, সেনাপতি সৈন্যাধ্যক্ষ,
শঙ্খচূড় ৰাজাৰ সাজনি।

মত্তহস্তী নবপদ্ম, ৰন ঘোড়া নব পদ্ম,
ত্রিশ খর্ব্ব যুদ্ধ ৰথ গনি ॥
অঠাৰ সমুদ্র সেনা, প্রধাণত এত গণপ,
বাদ্য ভণ্ড তিন অক্ষৌহিণী।
আগে চলে হস্তী বৃন্দ, মহাকাল মেঘ খণ্ড,
অলঙ্কাৰে শৰীৰ সুহণী ॥
কুম্ভ স্থলে তৈল মাখা, তাত সিন্দুৰৰ ৰেখা,
সুবর্ণ মণ্ডিত দন্তচয়।
উপৰে মাহুত বীৰ, যুদ্ধ সাজে হুই স্থিৰ,
অঙ্কুশে খুঞ্চিয়া চলাবয় ॥
তাত পাচে চলে ৰথ, উচ্চ ধ্বজ স্বর্ণ পাট,
চা চাৰি ঘোটক একে একে।
অস্ত্র শস্ত্র পৰিপূর্ণ, ধনু ধৰি বীৰগণ,
সাৰথি কড়ালী টানিহাকে ॥
তাত পাচে সৈন্য বৃন্দ, নানা চন্দে দেহবন্ধ,
বিচিত্র টোপৰ বীৰধুতি।
ধনুর্ব্বাণ শূল শেল, মুষল মুদগৰ ভল্ল,
পট্টিশ পৰিঘ অস্ত্র কোটি ॥
কৰ্ম্মধাৰী বাৰুবতী, তীক্ষ্ণ অসি সূর্য্য জ্যোতি,
গাত্র বন্ধ বিচিত্র বসন।

তাত পাছে অশ্বাৰোহী, যেন মহাকাল দাহী,
খাণ্ডা বান্ধ নানা প্ৰহৰণ ॥
তিনি লক্ষ অক্ষৌহিনী, নিকলিল পথচানি,
জল স্থল পৃথিবী ধাকিল।
গিড় গিড় শব্দে চলে, খোজত ধৰণী লড়ে,
ভৰ পাইকৰে তলমল ॥
দেবতা তেত্ৰিশ কোটি, যোগিণীয়ো এক কোটি,
তিন কোটি ভুত প্ৰেত ডানা।
বসুমতী হুসকিল, দিগ্‌গজেয়ো আঠুলৈল,
লড়িলন্ত অনন্তৰ ফনা ॥
তিনি কোন উপৰায়ল, এক কোন বহিগৈল,
যেবে সৰ্ব্ব সৈন্য এক ভৈল।
লাউৰ হেদালী যেনে, তলমল কৰে ঘণে,
স্থিৰ হুই অনন্তে ধৰিল ॥
ঘোড়াৰ হেশনি শব্দ, হাতীৰ বৃংহতিৰাব,
সৈন্য কোলাহল আসৰিস।
পথ ঘাট নদ নদী, খোজে পঙ্কাকুল অতি,
চোট নদী খোজে ভৈল শুষ্ক ॥
কলৰব গণ্ড গোল, তিনি লোক খলকিল,
জল স্থল ধৰণী গগণ।

ঘোৰ শব্দ উঠিলিল, দশোদিগ পূৰ্ণ ভৈল,
ৰণ বাদ্য বাজে অগণন ॥
ত্রিশ কোটি ঢাক ঢোল, ধেমচা খেমচা ৰোল,
কোটি কোটি বাজিছে দামামা।
ত্রিশ কোটি খোল তাল, মৃদঙ্গ জাঁঝ বিতাল,
গুম্বাজ তুম্বাজ অগণনা ॥
কাংসি বাংশী বীনাশ্বৰ, মুকৰীৰ বাবৰৰ,
কোটি ৰুদ্ৰ পিনাক মধুৰ।
দবা শঙ্খ ঘণ্টানাদ, জগ জম্প জয় ঢাক,
মুখ বাদ্য বিবিধ প্ৰকাৰ ॥
বেহেলা টোকাৰী কাঠি, ঢোলে ঘনে পৰে কাঠি,
মাঙ্গিৰা বজাবে সুমধুৰ।
শঙ্খচুড় মহাসেনা, ঘুৰিল পৃথিবী ঠানা,
ছাউনী পাতি ধাকিল সংসাৰ ॥
শুহিকা বিস্ময় আত, ব্যাসৰ বাক্যে সঞ্জাত,
স্বয়ং নাৰায়ণে নিবন্ধিলা।
ত্রিলোকৰ অধিপতি, মন্বন্তৰ ভূঞ্জে ক্ষিতী,
পূৰ্ণ একাত্তৰি যুগ ভৈলা ॥

## শঙ্খচূড়ৰ শিবৰনিকট গমন।

### পদ।

এহিৰূপে শঙ্খচূড় সাজ বাজ কৰি।
গুৰু বৰ্গে প্ৰনি পাত সম্মুখি সাদৰি॥
পুষ্পভদ্ৰা তীৰত অক্ষয় বটমূলে।
সিদ্ধ মুনি সিদ্ধাশ্ৰম সিদ্ধ ক্ষেত্ৰ স্থলে॥
পুণ্য ক্ষেত্ৰ ভাৰতে কপিল তপ স্থান।
উত্তৰে শ্ৰীশৈল গন্ধ মাদন দক্ষিণ॥
পূৰ্ব্ব দিশে সমুদ্ৰ মলয় পশ্চিমত।
আয়ামে যোজন শত দীৰ্ঘে পঞ্চ শত॥
শুদ্ধ স্ফটিকৰ সম স্থান ভাৰতত।
দীৰ্ঘে প্ৰস্থে হবে ছয় মাসেকৰ বাট॥
পুণ্য ক্ষেত্ৰে সৰস্বতী পুষ্পভদ্ৰা নদী।
লোনা সমুদ্ৰৰ ভাৰ্য্যা সৌভাগ্য শাশ্বতি॥
হিমালয় হন্তে সৰাবতী নিকলিয়া।
গোমতীক বামে ৰাখি পশ্চিমে আসিয়া॥
মিলিছে পশ্চিম মুখে পাচে সমুদ্ৰত।
পঞ্চনদ মিশ্ৰ স্থান পুণ্য ভাৰতত॥

তৈত গই শঙ্খচুড় শিবক দেখিল ।
বট মূলে কোটি সূৰ্য্য সমান উজ্জ্বল ॥
ত্ৰিশুল পট্টিশ ধৰি ব্যাঘ্ৰ চৰ্ম্ম বাস ।
শান্ত মুৰ্ত্তি গৌৰী কান্ত ভববন্ধ নাশ ॥
তপ ফল দাতা সৰ্ব্ব সমাপদ দায়ক ।
সুপ্ৰসন্ন আশুতোষ ভক্তানু গ্ৰাহক ॥
বিশ্বনাথ বিশ্ববীজ বিশ্বৰ জীবক ।
বিশ্বন্তৰ দিগম্বৰ বিশ্ব সংহাৰক ॥

ইৰাবতী, গোমতী, বিতস্টা সৰস্বতী চন্দ্ৰ-ভাগা ॥ এই পঞ্চ নদী পঞ্চ আপনামে খ্যাত হুই বৰ্ত্তমান নাম” পঞ্জাব” ভাৰত ভূমিৰ মধ্যে পঞ্জাব অতি পুণ্য স্থান। ঋষি মুনি মহা মহা

বীৰ ৰাজা সকলৰ সুখময় বাস স্থান ॥
কৰণ কাৰণ ধাতা নৰ্ক নিবাৰক ।
জ্ঞান বীজ জ্ঞানানন্দ জ্ঞান প্ৰদায়ক ॥
সনাতন সত্য পৰমব্ৰহ্ম পৰবিভু ।
বিমানৰ নামি দেখিলন্ত দৈত্য প্ৰভু ॥
কৃতাঞ্জলি পুটে প্ৰেম ভক্তি সহকাৰে ।
শিৰগুঞ্জি প্ৰণামিল দেব বিশ্বম্ভৰে ॥

আগত কাৰ্ত্তিকসেন নামে ভদ্ৰ কালী।
সৰ্ব্বজনে প্ৰণামিল হুই কৃতাঞ্জলি॥
দেব দেবী সৰ্ব্বজনে আশীষ কৰিল।
তাতপাচে শঙ্খচুড়ে উঠি ঠিয় ভৈল॥
নন্দি ভৃঙ্গি আদি সব মুখ্য গণপতি।
সমাদৰ আলিঙ্গন কৈল নৰপতি॥
পৰস্পৰ পৰস্পৰে সাদৰ সম্ভাষা।
কৰিলন্ত ৰাজা মিতাইয়া মনোতৃষা॥
তাতপাচে মহেশৰ সমীপে বসিল।
প্ৰসন্ন বদনে হৰে কহিবে লাগিল॥

## সদাশিবৰ উক্তি॥

### পদ।

শিবকহে মহাৰাজ কৰা অবধান।
যিবালাগি তোমাক মাতিলো ইটোস্থান॥
জগতৰ পিতা ব্ৰহ্মা ধৰ্ম্মৰ বিধাতা।
ধৰ্ম্মজ্ঞ ধৰমী যিটো ধৰ্ম্ম অধিষ্ঠাতা॥
মৰীচি তাহান পুত্ৰ ধাৰ্ম্মিক বৈষ্ণব।
পুত্ৰ প্ৰজাপতি কাশ্যপ বংশোদ্ভব॥

প্ৰজাপতি দক্ষৰাজ প্ৰীতি সহকাৰে।
এযোদশ কন্যাদান দিলকাশ্য পেৰে ॥
তাসম্বাৰ মধ্যে এক দনু সাধ্বী সতী।
মহাবীৰ্য্য শালা পুত্ৰ সমে ভাগ্যবতী ॥
দনুগৰ্ভে চৌচল্লিশ জন্মিল কুমাৰ।
অতি বীৰ্য্য বলবান জগত ভিতৰ ॥
তাসম্বাৰ এক বিপ্ৰ হিংস্থ বলবান।
তাৰপুত্ৰ দম্ভ বিষ্ণু ভকত প্ৰধাণ ॥
দিতি ৪৪ জন বীৰ্য্যশালী দানবেন্দ্ৰ।
যথা, হিৰন্যক্ষ, হিৰন্যকসিপু, ৰম্ভ, কম্ভ, মহিষাস্থৰ, শুম্ভ নিশুম্ভ নমুচি দম্ভ কালকেতু সক। কাম্ভোজ ৰক্তবীজ ইত্যাদি ॥
শুক্ৰাচাৰ্য্যে গুৰু কৰি পূৰ্ব্বে পুষ্কৰত।
লক্ষবৰ্ষ কৃষ্ণ মন্ত্ৰ জপে অবিৰত ॥
কৃষ্ণভক্তা ধৰ্ম্মী কৃষ্ণ মন্ত্ৰ পৰায়ণ।
কৃষ্ণৰ প্ৰসাদে পাইল তোমাক সন্তাণ
পূৰ্ব্বে তুমি গোলোকৰ পাৰিষদ গোপ।
গোপৰো মাঝত মুখ্য ধাৰ্ম্মিক অনুপ ॥
ৰাধা শাপে জন্ম আবে দানবী যোনিত।
বৈষ্ণৱ হুইয়া তুচ্ছ মানিছা জগত ॥

আব্রহ্ম পাতাল সৰ্ব্ব জগত ব্ৰহ্মাণ্ড।
তুচ্ছ জ্ঞান কৰিছাহা লভিয়া সম্পদ ॥
সালোক্য সাযুজ্য সাষ্টি সামীপ্য হৰিৰ।
নামাগে বৈষ্ণৱে কভু বিনে পদ সেব ॥
দিলেও নালই তাক ভকতিসে মাগে।
ৰসময় ভক্তি সেবা সদা মনে জাগে ॥
ব্ৰহ্মত্ব বা অমৰত্ব যিবা কিছু হৌক।
বৈষ্ণৱে মানন্ত তুচ্ছ নোখোজন্ত তাক ॥
ইন্দ্ৰপদ মনুপদ কিম্বা ৰাজ পদ।
কৃষ্ণ ভক্তজন পক্ষে বিষয় বিপদ ॥
দেবতাক ৰাজ্যদিয়া মোক প্ৰীতিকৰা।
নিজস্থান লভি দেবতাক সুখী কৰা ॥
ভাতৃ বিৰোধতে সৰ্ব্ব কাশ্যপৰ বংশ।
জ্ঞাতি দ্ৰোহ পাপে কালে হুই আছে ধ্বংশ ॥
ব্ৰহ্মহত্যা আদি যত মহাপাপ আছে।
জ্ঞাতি দ্ৰোহ পাপে সোলকলা নোকে পাছে ॥
নিজৰ সম্পদ মানে সিয়ো হোৱে হানি।
জ্ঞাতি হিংসা মহা পাপ লাগন্ত আগনি ॥
যদি মানা মোহোৰ বচন শুনিয়োক।
দেবতাৰ কৃতধন পালটি দিয়োক ॥

সর্ব্বদা সমানে কাল কাৰ কৈত যায় ।
বিধাতাৰো তিৰোভাব প্ৰাকৃতিকেলয় ॥
ঈশ্বৰ ইচ্ছায়ে পুনু আবির্ভাব হোৱে ।
তপোবলে পুনৰপি জ্ঞান বৃদ্ধিলভে ॥
তপস্যাতে পূৰ্ব্ব লুপ্ত স্মৃতি প্ৰাপ্তহয় ।
সেহি জ্ঞান বলে পুনু সৃজন কৰয় ॥
সত্যযুগে পৰিপূৰ্ণ চাৰিপাদ ধৰ্ম্ম ।
দুইপাদ দ্বাপৰে ত্ৰেতাত পাদ তিণ ॥
এক পাদ আদ্য কলিযুগত থাকয় ।
ক্ৰমে তাৰো দশ গুণ কালে হোৱে ক্ষয় ॥
কলা অংশ মাত্ৰে কলি শেষত ৰহয় ।
কৃষ্ণা চতুৰ্দ্দশী যেন চন্দ্ৰমাৰ ক্ষয় ॥
গ্ৰীষ্মে সূৰ্য্য ৰশ্মি যেন শিশিৰে নোহয় ।
প্ৰাতস মধ্যাহ্ন সন্ধ্যা প্ৰতি দিনে হয় ॥
উদয় কালত বাল্য মধ্যাহ্নে যৌবন ।
তিন কালে তিন ৰূপ কৰন্ত ধাৰণ ॥
একেকালে কাৰো কৈত নাযায় কখন ।
দিনে ৰবি সুপ্ৰসন্ন ৰাত্ৰে হোৱে ক্ষীণ ॥
ৰাহু গ্ৰস্ত শশী পুনু হোৱন্ত প্ৰচ্ছন্ন ।
বৎসৰত চন্দ্ৰ সূৰ্য্য গ্ৰাস এক দিন ॥

পূর্ণিমাত চন্দ্র যেনে পৰিপূর্ণ হয়।
তাদৃশ নাথাকে নিত্য দিনে দিনে ক্ষয় ॥
অমাবশ্যা পৰে পুনু ৰোজে পুষ্টি হয়।
শুক্ল পক্ষে শ্রীমন্ত কৃষ্ণত ম্লান হয় ॥
ৰাহু গ্রস্ত চন্দ্রমা কুদিন মলিয়ান।
শুভক্ষণে ফলে পুনু হোৱন্ত মোচন ॥
কালে চন্দ্র শুক্ল হোৱে কালত শ্রীভ্রষ্ট।
কাল ভেদে বলবান স্তুতলে শ্রীনষ্ট ॥
কালে ভূমি শস্য পূর্ণ জগত ধৰিত্রী।
কালে সিয়ো জল মগ্ন হোৱে তিৰোভূতী ॥
কালে হোবে বিশ্ব ধ্বংস কালে হুই পূর্ণ।
ঈশ্বৰ সমান ব্রহ্মাদেবো হুই লীন ॥
আমি শিব মৃত্যুঞ্জয় অব্যয় ঈশ্বৰ।
অসংখ্যা প্রকৃত লয় হৱো বাৰম্বাৰ ॥
বাৰম্বাৰ পুনুঃ নেদেখা দেখিছো।
অসংখ্যাত বাৰ লয় উদ্ভব হুইছো ॥
সিজনে প্রকৃতি ৰূপ সিজনে পুৰুষ।
সিজনেই আত্মা জীব ৰূপ সর্ব্ব ঈশ্ব ॥
তান নাম গুণ যিটো কৰন্ত কীর্ত্তন।
কালে মৃত্যু জয় ৰাজা কৰে সিটো জন

জন্ম জৰা ৰোগ হন্তে সিটো মুক্তি হয়।
সৰ্ব্বকাম আত্ম ৰাম বিহৰি ফুৰয়॥
বিধাতাক সৃষ্টিকৰ্ত্তা বিষ্ণুক পালন্তা।
নোহোক সংহাৰ কৰ্ত্তা কৰিছে সৰ্ব্বথা
তোমা সব বিষয়ী সংসাৰ ভোগ কৰ্ত্তা।
সংহাৰে কালাগ্নি ৰুদ্ৰ বিষয় বিব্ৰতা॥
মই কৰো তান নাম গুণ সংকীৰ্ত্তন
সেহি হেতু মৃত্যুঞ্জয় জ্ঞান বিবৰ্দ্ধন॥
গৰুড় প্ৰমুখ্যে উৰগাদি জীব মান।
মৃত্যু হন্তে মৃত্যু ভয় নাথাকে কখন॥
এত কহি সৰ্ব্বেশ্বৰ শিব ভগবান।
সভামাঝে নিযমি ৰহিল তপোধন॥

## শঙ্খচুৰৰ উত্তৰ

## পদ।

শঙ্খচুড় কহে প্ৰভু তুমি যি কহিলা।
অন্যথা নোহন্ত একো বেদ বখানিলা॥
তথাপি যথাৰ্থ কিঞ্চিতেক নিবেদন।
কৰোহো তোমাৰ অগ্ৰে শুনা সনাতন॥

জ্ঞাতি দ্ৰোহ মহাপাপ কহিছা এখন।
বলিৰ সমস্ত লই কৈত দিলা স্থান ॥
সমস্ত ঐশ্বৰ্য্য মই উদ্ধাৰ কৰিলো।
সমস্তৰ ওপৰত অধিপতি ভৈলো ॥
পূৰ্ব্ব পুৰুষৰ মই মানক সাৰিলো।
সুতলে গোবিন্দ সমে উদ্ধাৰ কৰিলো ॥
দেবে কেনে জ্ঞাতি হিংসা কৰে নিৰন্তৰ।
হিংসা কৰি মৰাইল মহিষা অসুৰ ॥
সভাতৃ দেৱতা হিৰনক্ষক হিংসিল।
মহাবীৰ শুম্ভ নিশুম্ভক মৰাইল ॥
সমুদ্ৰ মন্থনে পূৰ্ব্বে অমৃত উঠিল।
অসুৰে বহিল ভাৰ দেৱতা খাইল ॥
ক্ৰীড়াময় বিশ্ব ইটো প্ৰকৃতি পৰম।
সেহি যাক যথন ঐশ্বৰ্য্য কৰে দান ॥
সেহিসে ঐশ্বৰ্য্য সত্য ভোগে সিটো জন।
কোনেনো কৰিবে পাৰে তাহাৰ খন্দন ॥
ঐশ্বৰ্য্য লইয়া দেব দানবে বিবাদ।
সৰ্ব্বদা আছয় দেব ঘোৰ ভাতৃ বাদ ॥
জয় পৰাজয় তাত কালক্ৰমে বাটে।
তথু আগমন দেব নিষ্ফল তাহাতে ॥

ঈশ্বৰৰ দুয়ো ঘৰ সমান বান্ধব।
সমান সম্বন্ধী তযু দুয়ো সম ভাব ॥
এহিসে পৰম লজ্জা তুমি আইলা আবে।
জয় ভৈলে কীৰ্ত্তি পৰাজয়ে লজ্জা হবে ॥
এত শুনি ত্ৰিনয়ণে উত্তৰ কৰিল।
যথো চিত প্ৰত্যুত্তৰে বুলিবে লাগিল ॥
গোপাল বদতি ৰাজা বাক্য অকাৰণ।
হুই আছে আজ্ঞা কৰা গোলোকে গমণ
আসিছে স্বয়ঙ্গে হৰিউদ্ধাৰ কৰিবে।
যমে পাত মলচিল এড়ান নহইবে ॥

## সদা শিবৰ উত্তৰ ॥

### পদ।

নাৰয়ণ কহে শুনা নাৰদ বুপাই।
শঙ্খচুড় বাক্য শুনি মহেশে কহই ॥
শুনা তেবে কহো ৰাজা বাক্য সাৰোত্তৰ।
ব্ৰহ্ম বংশে জন্ম তুমি ৰাজেন্দ্ৰ প্ৰবৰ ॥
তোমা সহ যুদ্ধে মোৰ জয় পৰাজয়ে।
কিবা লাজ হইবে তাক নুবুজো নিশ্চয়ে ॥

আদি কালে বিষ্ণু মধু কৈটভ বধিল।
তাত পাছে হিৰন্যকসিপু সংহৰিল ॥
ময়ো পূৰ্ব্বে ত্ৰিপুৰক কৰিছো দহন।
সৰ্ব্বেশ্বৰী মতামহা প্ৰকতি যিজন ॥
তেহো পূৰ্ব্বে শুম্ভ মহিষক যুদ্ধ কৈল।
পৰম অদ্ভুত ৰণে দানব বধিল ॥
কৃষ্ণৰ ভকত তুমি মুখ্য পাৰিষদ।
যি মৰিল পূৰ্ব্বে তোমাসম কোন বুধ ॥
এতেকতে নৃপ তোমা সমে মোৰ যুদ্ধ।
কিবা লজ্জা আছে হাৰে জিতে সৰ্ব্বত্ৰত ॥
সকলে অমৰে গই শৰণে পশিল।
সিহেতু মাধবে মোক সমৰে পাঞ্চিল ॥
নিশ্চয়ে বুলিলো দেবতাক ৰাজ্য দিয়া।
অথবা কৰহ যুদ্ধ সসৈন্যে সাজিয়া ॥
এত বুলি ভোলানাথ নিচুকি ৰহিল।
পাত্ৰ মিত্ৰ সমে শঙ্খচুড় উঠি গৈল ॥
মিথ্যা বাক্য ব্যয়ে কিহইবে নৰপতি।
যুদ্ধ কিম্বা ৰাজ্য দেহ বুলিলো সম্প্ৰতি ॥
মহন্তে বিচাৰি দেখা কালৰ বিক্ৰম।
সৰ্ব্বজ্ঞানী শঙ্খচুড় ৰাজা হইল ভ্ৰম ॥

নিশ্চয়ে জানিছে মৃত্যু নাহিকে এৰন।
ৰাধা শাপ কাল আবে ভৈলন্ত মোচন ॥
তথাপিতো মহামায়া মোহজালে বন্ধ।
আশা পাশে বন্দি হুই কৰিলন্ত যুদ্ধ ॥
লভিবে গোলোক পুৰি সবাৰ উপৰ।
তাক এৰি নৰ্ক আশাকৰে পৃথিবীৰ ॥
অন্যৰ কিকথা দেখা জ্ঞানিৰ বিপদ।
এতেকতে ভজা সবে মধবৰ পদ ॥
নবম স্কন্ধৰ পুণ্য ভাগবত পদ।
একবিংশ আধ্যা নাম মহেশ সন্বাদ ॥
সংসাৰ নিস্তৰি ষাইবে আছে যাৰকাম।
ৰচিল গোপালে ডাকি বোলা ৰাম ৰাম ॥

# অথযুদ্ধ সজ্জা

## পদ

নাৰায়ণ কহে মুনি শুনা পাচ কথা।
শঙ্কৰক নমি ৰাজা নোঙাইয়া মাথা ॥
তৈৰপৰা দানব ঈশ্বৰ উঠি গৈল।
বিমানত উঠি যুদ্ধ হেতু আজ্ঞা দিল ॥
নিজ সৈন্য সদাশিব যুদ্ধে নিয়োজিল।
শঙ্খচুড়ো নিজ সেনা ৰণত পাঞ্চিল ॥
দুইদলে বাজিল সংগ্ৰাম ঘোৰত্তৰ।
দেব অসুৰৰ যুদ্ধ মিলিল ডাঙ্গৰ ॥
ৰাক্ষসে পিসাঞ্চে যুদ্ধ অসুৰে দানবে।
ভূত প্ৰেত ডাকিনী যোগিণী আদি সবে ॥
মুখত উলুকা জ্বলে গন্ধে প্ৰাণ ফুটে।
লম্ব পেটা দীৰ্ঘ জটা লাঙ্গট পিঙ্গটে ॥
শাল তাল সম ভূজ দীঘল দশন।
কোটৰত চক্ষু কাৰো লোহিত লোচন ॥
লম্বা কৰ্ণ স্থূল নাক.জঙ্গা ক্ষুদ্ৰ ভৰী।
ধুম্ৰবৰ্ণ জটিল আৰক্ত গোফ দাৰী ॥

হাতে ডাঙ্গ ধৰি কতো খড়্গখৰ সান ।
ত্রিশূল পট্টিশ যাঠী বিবিধ সন্ধান ॥
মাৰ মাৰ কাট কাট শব্দ ঘোৰত্তৰ ।
বেহু পাতি যুজে সর্ব্ব সৈন্য ভয়ঙ্কৰ ॥
হস্তী সব যুঠে যুঠে আগক খোম্পয় ।
ৰাহুতী মাহুতী ৰাকৰতীয়ে যুজয় ॥
দুই সৈন্য অস্ত্রজালে আকাশ ধাকিল ।
অস্ত্রে অঞ্চ কাৰ বায়ু পথৰুদ্ধ ভৈল ॥
ৰক্তে ৰঙ্গা ভৈল দেহ ফুলিল মন্দাৰ ।
বহিল ৰকত নদী অতি খৰোত্তৰ ॥
ভূতজনা প্রেত পিশাঞ্চৰ সেনাগণ
মায়া বস্তু অক্ষয় নমৰে একোজন ॥
দানবৰ সৈন্য মধ্যে বিপত্তি পৰিল ।
পর্ব্বত আকাৰ দৌলা দোলে মৰিগৈল
পলায় দানব সেনা ছিন্ন হস্ত পদ ।
দেখি সেনা পতি ভৈল ক্রোধত উন্মত্ত ॥
নাইস বুলি আগ ভেণ্টি সৈন্যক ধৰিল ।
হেন দেখি দেবতা সবেয়ো খেদি গৈল ॥

# সেনা পতিৰ যুদ্ধ।

হেন দেখি দেব সবে অস্ত্ৰ শস্ত্ৰ লই ।
সমানে সমানে বাছি যুজিলন্ত গই ॥
বৃষ্ পৰ্ব্ব সমে মহেন্দ্ৰৰ ভৈল ৰণ।
বিপ্ৰচিত্ত সমেযুদ্ধ ভৈলন্ত তপন ॥
দম্ভ সঙ্গে চন্দ্ৰৰ দাৰুণ ৰণ ভৈল।
কালান্তৰ সমে কাল গোকৰ্ণে অলপ ॥
কাল কেয় কুবেৰত ময়ে বিশ্ব কৰ্ম্মে ।
ভয়ঙ্কৰ সমে মৃত্যু সংহাৰেও যমে ॥
বিকঙ্কে, বৰুণে, বায়ু, সমে চঞ্চলৰ ।
বুধে ধৃত পৃষ্ঠে, ৰক্তনেত্ৰ শনৈশ্বৰ ॥
ৰত্ন সাৰে জয়ন্তে বৰ্চ্ছসা বসুগণে ।
দীপ্তিমজ অশ্বিনী নলকু বৰে ধূম্ৰ সনে ॥
ধুৰন্ধৰ ধৰ্ম্মে উৰক্ষণে যে মঙ্গলে ।
শোভাকৰ বিশ্বভানু মন্মথে পিঠৰে ॥
গোধা মুখে চূৰ্ণে আৰু ধ্বজে কাঞ্চি মুখে
বিল্ব সমে পলাশ যে অদিতে আদিত্যে ॥
সমানে সমানে পৰস্পৰে বাজে ৰণ।
একাদশ ৰুদ্ৰে একাদশ ভয়ঙ্কণ ॥

মহা মাৰী উগ্রচণ্ডা নন্দ্রিশ্বৰ আদি ।
দনেব সহিত যুন্ধ শব্দ হুড়া হুড়ি ॥
মহা প্রলয়ত যেন ভীষণ গর্জ্জণ ।
অস্ত্রজালে তিনিলোক কাম্পে ঘনে ঘন ॥
বট বৃক্ষ তলে বসি দেব পঞ্চানন ।
কার্ত্তিক সহিত যুদ্ধ কৰিছে দর্শন ॥
মনোৰম ৰত্ন সিংহা সনৰ উপৰে ।
কোটি কোটি মহাবীৰ বেড়ি চাৰিধাৰে ॥
ৰতনে খছিত দেহ বীৰ শঙ্খচুড় ।
তৈতবসি যুদ্ধ কাণ্ড দেখে দানবৰ ॥
হেন মতে দ্বন্দ যুদ্ধ বাজে পৰস্পৰ ।
কহোকি ছুমুখ্য মুখ্য শুনা আতপৰ ॥

## ইন্দ্র বৃষ পর্ব্বৰ যুদ্ধ ।

## পদ ।

বৃষ পর্ব্ব সেনাপতি সবাতে প্রধাণ ।
দেব সেনা মধ্যে যেন পার্ব্বতী নন্দন ॥
বলিৰাজ দিন হস্তে অতি পৌৰাণিক ।
ডাকদিয়া ইন্দ্র প্রতি বুলিলন্ত বাক ॥

পূবে মোৰ সমে কতবাৰ যুদ্ধ কৈলি।
কতবাৰ দেবৰাজ হাৰি পলাইলি॥
এইবাৰ পুনৰপি যুদ্ধে জোঙ্কাৱস।
মোৰ শৰ ঘাৱে জানো ভাগি পলাৱস॥
ইন্দ্ৰে বোলে লটক অসুৰ দুৰাচাৰ।
পূৰ্ব্বে দেবাসুৰ যুদ্ধে দিলোহো ঝোকাৰ॥
আবে কৈক যাবি তই নাহিক এড়ান।
বুঢ়াৰ হাতত চেঙ্গেলীৰ বৰ টান॥
শুনি বৃষ পৰ্ব্বে কোপে অগ্নি উধাইল।
বিংশপাট শিলিমুখ বাসবক দিল॥
আকাশতে দেবৰাজ কাটি খণ্ড কৈল।
দানবে মাৰিল পুনু সহস্ৰে তোমৰ॥
তাহা কোছে দিল ইন্দ্ৰ সহস্ৰক শৰে।
দুইকো দুই প্ৰহাৰ কৰন্ত নিৰন্তৰে॥
আকাশতে দুইৰো শৰ দুজনে কাটয়।
দুইসম বলিয়ান চিদ্ৰন পাৰয়॥
পৰিঘ পট্টিশ শূল মুষল মুদগৰ।
ভুষণ্ডী নাৰাচ ভল্ল শতঘ্নি তোমৰ॥
সন সনি ছট ছটি শব্দ ঠাট ঠাট।
দুইশৰে কটা কটি গগণ মাৰ্গত॥

ছিদ্ৰ নপাই ইন্দ্ৰে প্ৰহাৰিল অগ্নি শৰ ।
উঠলিল মহা অগ্নি সংগ্ৰাম ভিতৰ ॥
বৰুণৰ বাণে নিবাৰিল দৈত্যপতি ।
মুষল ধাৰায়ে বৃষ্ঠি ভাসিলন্ত ক্ষিতি ॥
বায়ু অস্ত্ৰে মথবায়ে জল শুখাইল ।
প্ৰবল জটিকা বেগে বহিবে লাগিল ।
পৰ্ব্বতাস্ত্ৰে কৃষ পৰ্ব্ব বাতনি বাৰিল ।
দেখি ইন্দ্ৰে তীগ্ন অৰ্দ্ধ চন্দ্ৰ প্ৰহাৰিল ॥
পুনু পঞ্চাশত তীব্ৰ তীক্ষ্ণ শিনি মুখ ।
দৈত্যৰ হিয়াত বেগে ঘালিল বিড়োজ ॥
ৰথধ্বজ ধনুৰ্ব্বাণ সাৰথি মোটক ।
সমস্ত কাটিল ইন্দ্ৰ নথাকিল এক ॥
বিৰথী বিধনু দৈত্য শক্তি প্ৰহাৰিল ।
নিজ শক্তি হানি ইন্দ্ৰ তাহাকো ভাঙ্গিল ॥
শক্তিনষ্ট দৈত্যপতি ক্ৰোধে হুতাসন ।
ঘোৰ শূলপাট পাছে কৰিল সন্ধান ॥
শূলে অগ্নি উঠলিল বেগধৰি যায় ।
যতঅস্ত্ৰ মাৰে ইন্দ্ৰ ভস্মি ভূতহয় ॥
ক্ৰোধে শচী পতি তবে বজ্ৰ প্ৰহাৰিল ।
শতখণ্ড কৰিশূল চূৰ্ণিকৃত ভৈল ॥

শূলভাঙ্গি বজ্রগোট বেগেখেদি গৈল।
দেখি দৈত্যে গদাধৰি কোৰএক দিল॥
দুৰ্ব্বাৰ আঘাত পাই পাছে বজ্রপাট।
বেগধৰি ইন্দ্ৰৰ ভুমত আসিলন্ত॥
সেহিবেলা বৃষপৰ্ব্বে চিদ্রক লভিল।
ঘোৰ গদাধৰি বেগে ইন্দ্ৰক ধাইল॥
দেখ নেদেখ বেগে দুই বাহুতুলি।
বাসবৰ মুণ্ডেকোব মাৰিল হুবুলি॥
বিষম প্ৰহাৰে দেব অগনি উধাইল॥
তিৰি মিৰি দেখিৰথে নিধলি পৰিল॥
ৰথলৈই সাৰথী হইল অন্তৰ্দ্ধ্যান।
আটাসেক দিল দৈত্য ভেদিয়া গগণ॥
হেনদেখি সূৰ্য্য দেৱআগ বাঢ়িগৈল।
নাইসবুলি বিপ্ৰ চিন্তে আগক ভেটিল॥
বিপ্ৰ চিন্তে সূৰ্য্যদেৱে বাজে ঘোৰৰণ।
দুইকো দুই নানাঅস্ত্ৰ কৰে প্ৰহাৰণ॥
ঘোৰশূল পাট বিপ্ৰচিন্তে প্ৰহাৰিল।
নিজ শূলে সূৰ্য্য দেৱখণ্ড খণ্ড কৈল॥
শূল নষ্ট দানবকো পিল গুৰুতৰ।
গদাকেলি মাৰিলন্ত সূৰ্য্যৰ উপৰ॥

অৰ্দ্ধচন্দ্ৰবাণে পাছে কাটিল ভাস্কৰ।
বিপ্ৰচিত্তে খেদিগৈল ধৰিয়া মুদগৰ॥
দেখি সূৰ্য্যে দশপাট শিলিমুখ দিল।
তিনিপাটে গদা গোট হাততে কাটিল॥
দুইপাটে দুইবাহু স্থলত ভেদিল।
পঞ্চপাট বুকে সোমাই পিঠি বজাইল।
মুচ্ছিত দানব কতোক্ষন পৰিছিল।
পাছেখোৰ শক্তি তুলি সূৰ্য্যক ঘালিল॥
মুৰ্চ্ছাহুই দিবাকৰ ক্ষনিক ৰহিল।
ধনুধৰি পুনুবেগে শৰঝাক দিল।
দৈত্যেয়ো প্ৰহাৰে তীক্ষ্ণ অস্ত্ৰ অসংখ্যাত।
দুই হানৰ অস্ত্ৰে দুই ভৈলন্ত বিক্ষত॥
গাব থাকি শোনিতৰ জাবে হল হলি।
ৰক্ষ পাটা কাটি দেহ ভৈলন্ত মুকলী॥
ভাস্কৰাস্ত্ৰ প্ৰহাৰিল দেব দিবাকৰ।
বৈষ্ণবাস্ত্ৰে নিবাৰিল দানব দুৰ্ব্বাৰ॥
এহিৰূপে দুইজনে যুদ্ধ ঘোৰন্তৰ।
দানবৰ অস্ত্ৰে সূৰ্য্য ভৈলন্ত কাতৰ॥
ৰণএৰি দূৰতে ৰহিল দিবাপতি।
বিষণ্ণ দেবতা দেখি সূৰ্য্যৰ দুৰ্গতি॥

দম্ভ সমে চন্দ্র ৰণ অতি ভয়ঙ্কৰ।
মাৰিল সহস্ৰশৰ চন্দ্ৰৰ উপৰ॥
আকাশতে চন্দ্রদেব কৰিল ছেদন।
দানবক প্ৰহাৰিল ক্ষুৰপতি বাণ॥
যতমাৰে চন্দ্র সর্ব্ব কাটে ততালিকে।
ধনুর্ব্বাণ অস্ত্ৰতুন কাটিল প্ৰত্যেকে॥
যত ধনুকাটে দৈত্যতত ধনুলয়।
দুর্ব্বাৰ অসুৰ কোনো মতে নথাটয়॥
দেখিচন্দ্রে ক্রোধে কুহ অস্ত্র প্ৰহাৰিল।
মহাহিমে দৈত্যতনু অবশ হুইল॥
ঠেটুয়া লাগিল সর্ব্ব দেহঠাণ্ডা ভৈল।
হস্তহন্তে ধনুখান খসিয়া পৰিল॥
শীতেকম্প দম্ভাসুৰ স্তুকতি এৰিল।
পুনু ধনুতুলি লৈল বুদ্ধি নথাটিল॥
মন্ত্ৰসমে অগ্নিশৰ কৰিল সন্ধান।
গৰুড়ৰ পথাচাই কৰিছে নির্ম্মান॥
ওলতা পালতা তিনিবাৰ মন্ত্র পঢ়ি।
প্ৰহাৰিল অগ্নিশৰ পাছে দৃঢ়কৰি।
জ্বলিল নির্ধুম অগ্নি শীত নিবাৰিল।
সর্ব্বসৈন্য মানে তেবে ৰনক ধাইল॥

দুৰন্ত দানবে পুনু ধনু গুণ টানি।
তীক্ষ্ণ বীৰ জাল অস্ত্র প্ৰহাৰিল চানি ॥
লক্ষে লক্ষে হাজাৰে হাজাৰে শিলিমুখ।
অস্ত্রে লালকাল চন্দ্র ভৈলন্ত বিমুখ ॥
কোমল চন্দ্রৰ দেহ পদ্ম বেণু সৰি।
দৈত্য সবে ছিন্ন ভিন্ন ৰকত নিজৰি ॥
নিবাৰণে শক্তি হীন বিসম প্ৰহাৰে।
ৰণ এৰি পলাই ৰহিল কতো দূৰে ॥
কাল কেয় কুবেৰে বাজিল ঘোৰ ৰণ।
অৰ্দ্ধ চন্দ্ৰ শিলিমুখ কৰন্ত সন্ধান ॥
বিপাট পৰিঘ চক্ৰ গদা শক্তি শেল।
মূসল মুদগৰ ভলু ত্ৰিকণ্টি বিশাল ॥
দুই দেহ ছাকা ছাকা অস্ত্রৰ আঘাতে।
বজ্রৰ নিৰ্ঘোষ উঠে আকাশৰ পথে ॥
কতোক্ষণে ধনপতি পাছে চিদ্ৰ পাইল।
ধনু এৰি গদাধৰি বেগে খেদাদিল ॥
দেখ নেদেখ বেগে কোবেক বৈঠাইল।
হামুখুৰি খাই দৈত্য নিঢলি পৰিল ॥
ভাঙ্গিলন্ত ৰথখান গদা কোব মাৰি।
কাল কেয় উঠিলন্ত শৰীৰ ঝোক্কাৰি ॥

লৰঢ়িয়া পৰ্ব্বত গোটক তুলি লৈল।
বাহু দাঙ্গি কুবেৰৰ মুণ্ডে কোব দিল॥
জিনজিনি খাই দেব অগনি উধায়।
ৰথত্ত পৰিয়া ৰৈল মৃতক পৰায়॥
এহিৰূপে প্রতি জনে জুৰে মহাৰণ।
নিৰন্তৰ অস্ত্র বৃষ্টি নোহয় বর্ণন॥
মুসল মুদ্গৰ শেল পৰশু পট্টিশ।
ভূশুণ্ডী নাৰাচ বৎস দন্ত স্থচিমুখ॥
ক্ষুৰ পবিশিখ ভল্ল তীক্ষ্ণ শিলিমুখ।
সিংহদন্ত ব্যাঘ্রদন্ত গোমেযু গোমুখ॥
শুল শক্তি যাঠী জোঙ্গ গৃধ্র কাক ছিল।
শক্তি কাল দণ্ড ইন্দ্র জাল ব্রহ্ম জাল॥
অগ্নিযম বৰুণ মার্ত্তঙ্গে বিশ্বাবস্থ।
গন্ধর্ব্ব বায়ব্য অস্ত্র ৰাক্ষস পিশাশু॥
ব্রহ্মদণ্ড যমদণ্ড চক্র আনি ঋষ্টি।
নিৰন্তৰ অস্ত্রাবাত শব্দ ছট ছটি॥
হতাহতী কটা কটি বাগড়া বাগড়ি।
দুই সৈন্যে ঘোৰ যুদ্ধ হয় মহামাৰী॥
ৰক্তে ৰঙ্গা ভৈল যেন ৰাঙ্গল মন্দাৰ।
দিবাৰাত্রি ঘোৰ যুদ্ধ নাহি অৱসৰ॥

নিৰন্তৰ মহা যুদ্ধ নাহিকে বিচ্ছেদ।
ক্রমেতে দ্বাদশ বর্ষ নাহি অবসাদ ॥
ঘোৰ যুদ্ধে ছিন্ন ভিন্ন ভৈল দেবগণ ।
দৈত্য সৈন্যে পৰাজিল দেবতাৰ সৈন্য ॥
ক্ষতযে বিক্ষত দেহ বক্ষ পাটাছিন্ন ।
দেহ মাংস কাছি কাছি ৰক্ত ভৈল হীন ॥
শৰীৰ ভেদিয়া ৰক্ত ধাৰে বহিযায় ।
নিস্তেজ অমৰ বৃন্দ বিভঙ্গে পলায় ॥
উৰ্দ্ধ শ্বাসে পলাই দেব ৰক্তে ৰঙ্গা দেহ ।
বুক নাহি বান্ধে বিমকুত ভৈল কেশ ॥
হেন দেখি পাৰ্ব্বতী নন্দন মহা ক্রোধে ।
হাতে শক্তি শিখি পৃষ্ঠে প্ৰবেশিল যুদ্ধে ॥

## কাৰ্ত্তিকৰ যুদ্ধ ।

### পদ ।

দেব সৈন্য ভঙ্গিয়ান দেখিল কাৰ্ত্তিক ।
দেব সকলক পালতাই আনিলেক ॥
অকলে সমৰ্থ ভৈল সবে দানবক ।
নিজ সৈন্যে বল বৃদ্ধি ভৈলন্ত সন্যেক ।

ধনুর্গুণ মাজি পাছে টঙ্কাৰ কৰিল।
মহাঘোৰ শব্দে দশো দিশ বিয়াপিল॥
গুণ গাছ টানি শৰ বৰষিবে লৈল।
লক্ষ লক্ষ কোটি কোটি প্রহাৰ কৰিল॥
হাজাৰে হাজাৰে খৰ্ব্ব নিখৰ্ব্ব অৰ্ব্বুদে।
অবিচ্ছেদ অস্ত্র বৃষ্টি কৰে ধনুৰ্ব্বেদ॥
ধাকিল গগণ পথ দিশ অন্ধকাৰ।
উল্কাপাত ঝঞ্জাবাত বিদ্যুত ঝঙ্কাৰ॥
নানাবৰ্ণে অস্ত্র উঠে গগণ মণ্ডলে।
শ্বেত নীল পীত লোহ কতো অগ্নি জ্বলে॥
ফৰিঙ্গা উজাই যেনে ভাদ্রৰ মাসত।
ধাকিল ৰবিৰ তেজ মঙ্গ ভৈল ৰাত॥
মুসল মুদ্গৰ শক্তি শেল যাঠি জোঙ্গ।
পৰিঘ পট্টিশ গদা পৰশু খট্টাঙ্গ॥
ইন্দ্রজাল ব্রহ্মজাল বায়ব্য মাত্তণ্ড।
সুচি মুখ শিলি মুখ সিংহ ব্যাঘ্র দন্ত॥
কাক ছিল গৃধ্র কঙ্ক শ্যেন কপোতক।
সুবৰ্ণ পুতি ময়া শৰ বিদ্যুত জলক॥
খেটক বৈষ্ণৱ বহ্নি বৰুণ ভাস্কৰ।
নাৰায়ণ গৰুড় গন্ধৰ্ব্ব সপ্তসাৰ॥

নীল হৰি তাল বিকটাক্ষ জৃম্ভ নাস্ত্র ।
পিশাঞ্চ ৰাক্ষস সম্মোহন দিব্য অস্ত্র ॥
ধাৰাসাৰে বৃষ্টি কৰে সৈন্যৰ উপৰে ।
কভু ঘোৰ শক্তি হানি দানব সংহাৰে ॥
কোন খানে অগ্নি উঠে পৰ্ব্বত আকৰ ।
কোন স্থানে মহা বৃষ্টি মুষলৰ ধাৰ ॥
কোন স্থানে মহা ঋষৰ বহিছে পবন ।
কতো ঘোৰ বজ্ৰাঘাতে কৰিছে নিধন ॥
কাৰো কাটে উৰু জঙ্ঘা জানু খণ্ড কৰি
কাৰো শিৰ নাক কান হৃদয় বিদাৰি ॥
মধ্য দেহ কাটি কাৰো কৰে খণ্ড খণ্ড ।
অস্ত্ৰ ঘাত কাহাৰো ডোহাৰে ভুণ্ডু তুণ্ড ॥
লক্ষ কোটি অসংখ্য অৰ্ব্বুদ গজবাজি ।
ৰাহুতে মাহুতে পড়ে ৰণ ভূমি সাজি ॥
দীৰ্ঘে প্ৰস্থে বিংশ যোজনৰ ভূমিখান ।
আড়ে দীৰ্ঘ পঞ্চদিন পথ পৰিমাণ ॥
কাৰ্ত্তিকৰ অস্ত্ৰজালে মৰায়ে ভৰিল ।
হস্তী ঘোড়া ৰথ ৰথী দোল দোল ভৈল ॥
ৰহিল শোনিত নদী পৰ্ব্বত আকাৰ ।
নোউ যেন মৰাশৰ ভাসে নিৰন্তৰ ॥

হস্তী ঘোড়া উটে যেন শিহু ঘৰিয়াল।
ধনু শৰ অস্ত্ৰ শস্ত্ৰ ধ্বজবীৰ তুল
তথাপি নাহয় ভঙ্গ আগ বাঢ়ি আসে।
দেখি নাৰায়ণ অস্ত্ৰ যুড়িলন্ত পাছে॥
গৰুড়ৰ পাখী ছাই আছে বিষ্ণু মন্ত্ৰে;
উলতা পালতা তিনিবাৰ পাঢ়িলন্তে॥
আকৰ্ণ টানিয়া গুণ কৰিল প্ৰহাৰ।
উঠালিল মুখে অগ্নি বিকট প্ৰকাৰ॥
বিম্বা শবদে খেদি সৈন্যত পশিল।
গাণ্ডি মুণ্ড বেলগাই কাটিবে লাগিল॥
ঠলঠল কৰি যেন পকাতাল সবে।
ঠাস ঠিস কৰি পৰে ধৰণী উপৰে॥
কাৰো কঙ্কালত কাটি দুখণ্ড কৰিল।
কাৰো ভুজ গলা কন্ধ নাকটি কাটিল॥
চক্ষু নাসা কাটি কতো বিভৎস হইল।
অধা কটা হয়া কতো বাগৰি ফুৰিল॥
এহিমতে শৰপাটে সৈন্যত ফুৰিল।
চাৰি দণ্ড মানে কাটি নিগুটি কৰিল॥
সাগৰত স্নানি কাৰ্ত্তিকৰ ভুনে আইল।
পুনৰপি ৰণ স্থল দানবে ভৰিল॥

কাৰ্ত্তিকে বোলন্ত কিনো আতি বিপৰীত ।
ছয় মাস ধৰি সৈন্য বধো নিতে নিত ॥
তথাপি নোহন্ত ক্ষয় দিনে দিনে বাঢ়ে ।
তুনে বাছি লৈল পাছে ব্ৰহ্ম অগ্নি শৰে ॥
ৰাজহংস পাখী ছাই ব্ৰহ্ম মন্ত্ৰে সাজি ।
মন্ত্ৰ পঢ়ি কুমৰে যুৰিলা গুণ মাজি ॥
ইষ্টগুৰু শিব পদে নমস্কাৰ কৰি ।
কৰ্ণ মানে টানি প্ৰহাৰিলা দৃঢ কৰি ॥
অষ্টম দিবস পথ সৈন্য ভৰিছিল ।
হস্তী ঘোড়া পঞ্চ দিন বাট যুৰিছিল ॥
মহা ব্ৰহ্ম ৰগ্নিবানে আবৰি ধৰিল ।
জালে বন্ধা মৎস এড়াইবাক নপাৰিল ॥
পৰ্ব্বত প্ৰমাণ অগ্নি প্ৰজ্বলিত ভৈল ।
চাৰি দণ্ড মানে সবে পুড়ি ভস্ম কৈল ॥
নিকটে নাহিক সৈন্য সব অন্ত ভৈল ।
দশ নদি নৰ বাটে আন সব ৰৈল ॥
গেলা পছা গন্ধ উঠে বায়ুৰ প্ৰবাহে ।
কুকুৰ শৃগাল কাক ৰক্ত মাংস ছোহে ॥
নমো নমো নাৰায়ণ জগতে জানক ।
খণ্ডিলা ধৰনী ভাৰ ৰাখিলা দেবক ॥

শঙ্খচুড় বধ চলে ভূমি ভাৰ হৰি।
কাৰ্ত্তিকৰ হাতে প্ৰভু পেলাইল সংহৰি ॥
কালী ৰূপ ধৰি পাছে কৰিলা নিৰ্য্যান।
দৈত্য বধি ভূমি ভাৰ কৰিলা খণ্ডন ॥
শংখচুড় ভৰে ধৰা দমকি আছিল।
দেৱ উপকাৰ ছলে উদ্ধাৰ হুইল ॥
ভণিল গোপাল দেৱ এৰা আন কাম
অন্ত কে পাইলেক তাৰি বোলা ৰাম ৰাম ॥

## মহা কালীৰ যুদ্ধে প্ৰবেশ ॥

### পদ।

মৰাৰ দুৰ্গন্ধে যেবে নাক ফুটী যায়।
তৃণ গাছ পড়িবে স্থলত সন্ধি নাই ॥
ব্ৰহ্মাণ্ড বিজয় বীৰ পাৰ্ব্বতী নন্দন।
ধনু ধৰি গুণ গাছ কৰিল মাৰ্জন ॥
পঞ্চ গোট বায়ু বান গুণন্ত যুৰিল।
মন্ত্ৰ অভিষেকি পাছে প্ৰহাৰ কৰিল ॥
বহিল প্ৰবল ঝৰ ৰণ স্থল যুৰি
উড়াইয়া ফেলে শৱ সমুদ্ৰ ভিতৰি ॥

হাতি ঘোৰা আদি সৰ্ব্ব শৰ্ব্ব উড়াইল ।
বৰুনৰ অস্ত্ৰ পাছে প্ৰহাৰ কৰিল ॥
যুগল বৰুণ বাণে বৰষিবে লৈল ।
নিমিষতে ৰণ ভূমি পৰিস্কাৰ ভৈল ॥
শত অক্ষৌ হিনী সৈন্য ভৈলন্ত সংহাৰ ।
দশম দিনৰ পথে সৈন্য নাহি আৰ ॥
দশ দিন অন্তে সৈন্য সেনাপতি আছে ।
পঞ্চ দশ দিন অন্তে ৰাজা ৰহি আছে ॥
এত হন্তে সেনাপতী দেখিবে পাইল ।
একলা কুমৰে সৰ্ব্ব সংহাৰকৰিল ॥
সৈন্যক্ষয় দেখি বৃষপৰ্ব্ব বিপ্ৰচিত্ত ।
দম্ভ স্কন্ধ বিকঙ্ক যে কঙ্ক ৰক্ত নেত্ৰ ॥
সব সেনা পতি একেবাৰে বঢ়ি লৈল ।
ৰথ অশ্ব গজ বাজী সৈন্যে আবৰিল ॥
মহা মেজ খণ্ডমাঝে কাৰ্ত্তিক একল ।
চৌদিকি বেঢ়ি আ অস্ত্ৰ বৰাষবে লৈল ॥
শৰশক্তি খড়্গ হানি ভবানী নন্দন ।
সকলে দৈত্যক কৰিলন্ত ছিন্ন ভিন্ন ॥
সবাকাৰ অস্ত্ৰনীৰ কৰিল শ্বেদন ।
দশ দশ বাণে বিন্ধে সবাৰ বদন ॥

অস্ত্ৰ জালে তিৰিমিৰি দেখে দৈত্য সব।
এক কালে মাৰে সৰ্ব্ব কৰিয়া আটোপ ॥
কেহশৰ কেহশক্তি মুসল মুদ্গাৰ।
কেহ ভল্ল ভিন্দি পাল পৰশু তোমাৰ ॥
দৈত্যৰ অন্যায় দেখি জগত জননী।
একলম্ফে ৰণমাঝে পৰিল তখনি ॥
অষ্ট যোজনৰ মধ্যে যতেক পাৰয়।
হাতে চপাই আনি দন্তে চৰ্ব্বন কৰয় ॥
খড়্গে কাটি মুণ্ড ছেনি ৰক্ত পান কৰে।
যোজন প্ৰমান ভৰি কোটোৰা ভিতৰে ॥
দশ লক্ষ হাতী শত লক্ষ ৰণ ঘোড়া।
ৰথ ৰথী ৰাহুতী মাহুতী খড়্গ খাণ্ডা ॥
গজ ঘণ্টা কাঁচ অঙ্কুশ সমন্বিতে।
একেবাৰে মুখভৰি কৰে চুৰ্ণি কৃত ॥
শতকোটি সৈন্য হাতে সাবটি ধৰয়।
মুখে ফেলি কালা সব মৰিচো বাৰয় ॥
মৰমৰি শব্দ উঠে জগত বিয়াপি।
প্ৰলই কালৰ মেঘ গাৰ্জ্জিন স্বৰূপি।
অষ্টযোজন চৌনষ্টি গাইল।
চাৰিদিন পাশ্চ দিনৰ প। ।

কেয়াৰী ভৰিয়া দেহে ৰক্ত বহি যায় ।
সুমেৰুৰ পৰা যেনে গেৰু ধাৰা বয় ॥
নীল অঙ্গে ৰক্তচিতা স্বৰ্ণ অলঙ্কাৰে ।
নবীন চফল শোভা সুনীল অম্বৰে ॥
কোটি কোটি ৰণমাঝে কবন্ধ উঠয় ।
মুণ্ডহীন লম্বাপেট ভীষণ দুৰ্জয় ॥
দুইস্তনে দুইচক্ষু বুকমাঝে মুখ ।
হড়হড় কিলকিল শব্দ উক উক ॥
সিয়োসবে অস্ত্র ধৰি কৰন্ত সমৰ ।
কৰ্ত্তিকৰ হাতে সব ভৈল বুন্দামাৰ ॥
মহামাৰী আদী কৰী সেনাপতি সব ।
কদাপীয়ো যুদ্ধে কভু নোহে পৰাভব ॥
কাৰ্ত্তিকৰ অস্ত্রে সব মৃতক পৰায় ।
হস্তপদ খণ্ড খণ্ড কতো মাৰযায় ॥
দানবৰ দলে ভৈল প্ৰকৃত প্ৰলয় ।
স্কন্দৰ সমৰে শিব আনন্দে হাসয় ॥
শক্তি হানি স্কন্দে কত কৰিল সংহাৰ ।
কতযুদ্ধে ভঙ্গ দিয়া পলাই যায় দূৰ ॥
পলাইবাৰ বেলা দেৱে পথত ধৰয় ।
দশ পাঞ্চ জনে ধৰি সংহাৰ কৰয় ॥

একলে কুমাৰ শত অক্ষৌহিনী সৈন্য।
মাথিয়া পেলাইল ৰণস্থল ভৈল শূন্য ॥
তিনিলক্ষ অক্ষৌহিনী দানব বাহিনী।
চতুৰঙ্গ দলে মিলি পূৰ্ব্বে আছে গনি ॥
একলে কাৰ্ত্তিক মাৰে শত অক্ষৌহিনী।
তাৰ অৰ্দ্ধ বিনাশিল দেবৰ বাহিনী ॥
বাকী সৰ্ব্ব মানে কালী চোবাই গিলিল।
যিবা অল্পশেষ ছত্ৰ ভঙ্গে পলাইল ॥
এহি মতে দানবৰ সৈন্য ভৈল নষ্ট।
আনন্দে দেবতা গণে বৰিষন্ত পুষ্প ॥
জয়ধ্বনি কৰে কাৰ্ত্তিকক প্ৰশংসন্ত।
স্তুতি নতি পুষ্পবৃষ্টি কৰে অপৰ্য্যাপ্ত ॥
সৰ্ব্ব সৈন্য ক্ষয় দেখি দানব ঈশ্বৰ।
বিমানে চড়িয়া ৰণে ভৈল অগ্ৰসৰ ॥
জয় নমো জগত জনক শ্ৰীৰাম।
ধৰ্ম্মৰক্ষ্য অধৰ্ম্ম সংহাৰ তযু কাম ॥
শঙ্খচুৰ নৃপতিত দেখিয়ো মিলাই।
যাহাৰ সমান শ্ৰীমন্ত কেহো নাই ॥
বৈকুণ্ঠ বিভুতি যাৰ হাততে আছিল।
কালে গ্ৰাসিলন্ত ক্ষণে চুৰ্ণ কৃত ভৈল ॥

হিংসা কাম মহা পাপ পৰিত্ৰাণ নাই
ধৰ্ম্মে থাকি ৰাম নাম ঘুষিয়ো সদায় ॥
ভণিল গোপালে এতেকতে পাইবা পাৰ
কপতী জনৰ কভু নাহিক নিস্তাৰ ॥
মন শুদ্ধ বিনে নোহে ভক্তি উপাৰ্জন ।
ভক্তি বিনে নাহি মিলে অভয় চৰণ ॥

## শঙ্খচূড়ৰ যুদ্ধে গমন ॥

### পদ ।

নাৰায়ণ বদতি শুনিয়ো মহামতি ।
শঙ্খচুড়ে দেখি পাছে সৈন্যৰ দুৰ্গতি ॥
প্ৰাকৃত প্ৰলযে যেন জগত বিধ্বংস ।
সোহি মতে সকল বাহিনী ভৈল নাশ ॥
শূন্য ভৈল চতুৰ্দ্দিক কাক পঠাইব ।
ৰথ সজ্জাকৰি আবে আপুনি যাইব ॥
এত বুলি ৰথেচড়ি ধনুৰ্ব্বাণ ধৰি ।
কাৰ্ত্তিকৰ সঙ্গে যুদ্ধ দিল আগবাঢ়ি ॥
ধনুগুৰ্ণ টানি শৰ বৰষিবে লৈল ।
অনল ধাৰাযে মহা অস্ত্ৰ প্ৰহাৰিল ॥

লক্ষে লক্ষে হাজাৰে হাজাৰে কোটি শত।
ভৈলন্ত আকাশ অন্ধকাৰ ৰোধবাত॥
পুনু প্রহাৰন্ত অযুতেক তীক্ষ্ণ শৰ।
পথাময় দেখি সবে আকাশ উপৰ॥
নাহি অাৱসাদ পুনৰপি প্রহাৰন্ত।
মেঘেযেন বৃষ্টিকৰে গিৰি শিখৰত॥
জল স্থল ভাৰতৰ অস্ত্রে পূর্ণ ভৈল।
দশদিক অধো উৰ্দ্ধে সমস্ত ধাকিল॥
ৰবিৰশ্মি আচ্ছাদিল দিনে অন্ধকাৰ।
কৃষ্ণা চতুৰ্দ্দশী ৰাত্রি তৃতীয় প্রহৰ॥
কাটন ফুটন শৰতীক্ষ্ণ বিষিধৰ।
কতোমুখে বিষবহ্নি কৰন্ত উদ্গাৰ॥
প্রচণ্ড আন্দোলে শৰকৰে বৰিষণ।
স্বর্ণ পুঙ্খি শিলিমুখ কৰন্ত ঘাতন॥
কভু অন্ধকাৰ কৰে কতুনা পোহৰ।
অগনি স্ফুলিঙ্গা কভূ মধ্যাহ্ন ভাস্কৰ॥
মহাঅস্ত্র ধাৰী নানা অস্ত্র মাৰেবৰে।
শ্বেত ৰক্ত নীল পীত আকাশ উপৰে॥
বিদ্যুতিকা জ্বলে ছট ছটী শব্দ উঠে।
মনিবে নাপাৰি হাত ধনুমাত্র দেখে।

নিৰন্তৰ অস্ত্ৰবৰ্ষে ন'হি ছেদভেদ ।
নিস্বশ লইবে কিছু নাহি অবসাদ ॥
কোটি কোটি বজ্ৰ ধ্বনি শবদ উঠয় ।
লক্ষ লক্ষ বিদ্যুতিকা অস্ত্ৰে নিকলয় ॥
নানামায়া বিশাৰদ দনুৰকু মাৰ ।
ভয়ঙ্কৰ অস্ত্ৰ বৃষ্টী কৰে নিৰন্তৰ ॥
অস্ত্ৰহন্তে শত শত পৰ্ব্বত উগদাৰ ।
কোটি কোটি মহাসৰ্প ফেনা ফোতোকাৰ ॥
বৰিষে পৰ্ব্বত শিলাবৃক্ষ শত শত ।
কাক গৃধ্ৰ শেন কঙ্ক অস্ত্ৰে নিকলন্ত ॥
বিজল মুষিক ব্যাঘ্ৰ ভল্লুক গাণ্ডাৰ ।
বিকট দশন নাগ নানামুণ্ডধাৰ ॥
নাহিক নিবৃত্তি অস্ত্ৰবৰ্ষে নিৰন্তৰ ।
ব্যাপিল দিগান্ত সৰ্ব্বে ভৈল একাকাৰ ॥
অস্ত্ৰতে সংহাৰে যিটে অস্ত্ৰতে সৃজয় ।
কিসাধ্য দেবতানৰে ইহাঙ্ক যুজয় ॥
দেখিয়া অমৰসব ভয়ে ত্ৰবসিল ।
প্ৰথমে গন্ধৰ্ব্বসমে মহেন্দ্ৰ পলাইল ॥
অষ্ট বসু কুবেৰ পলাইমাৰে ফাট ।
পলাইল যমৰাজ মৃত্যুৰ সহিতে ॥

উন পঞ্চা শতবায়ু চন্দ্রমা সঙ্গত।
অশ্বিনী সহিতে পলাই দ্বাদশ আদিত্য॥
একাদশ রুদ্র পলাই দ্বাদশ ভৈৰব।
পলাইল বিশ্বা বসু যক্ষ ৰক্ষ সব॥
পলাইল নন্দিমুখ্যে প্রমথ পিশাঞ্চ।
পলাইল ভূতড়ানা উৰগ নির্য্যাশ॥
ত্রিশকোটি ড়াকিণী যোগিণী পলাইল।
কালীসমে কার্ত্তিক অকলে মাত্র ৰৈল॥
শঙ্খচুড় শৰজালে শিবৰ নন্দন।
অকলে থাকিল যেন শিশিৰে তপন॥
পর্ব্বতাস্ত্র শঙ্খচুড় কৰিল প্রহাৰ।
শত শত শৃঙ্গ উঠে গগন উপৰ॥
বজ্রহানি কুমাৰ কৰিল চূর্ণিকৃত।
ক্রোধেদৈত্য প্রহাৰিল মহানাগে অস্ত্র॥
জন্মিল চৌৰাশি লক্ষ সর্প ভয়ঙ্কৰ।
অগ্নিশৰে ভস্মকৈল পার্ব্বতী কুমাৰ॥
বৰুণৰ অস্ত্রপাটে দৈত্য প্রহাৰিল।
শিলাখোলা বৰ্ষি পাছে অগ্নি নুমাইল॥
বায়ুবাণে উড়ু আইল দেৱ সেনপতি।
ক্রোধে ওষ্ঠ চেলেকন্ত দানবৰ পতি॥

কোটি কোটি অস্ত্রপুনু কৰিল সন্ধান ।
ক্ষনিতেক কাৰ্ত্তিকে হুইল সন্ধুক্ষন ॥
এতহন্তে শঙ্খচুড় চিদ্রক লভিল ।
বিষ্ণু চক্রবাণে ধনু হাততে কাটিল ॥
অতীব দুৰ্ব্বাৰ ভয়ঙ্কৰ ধনুখান ।
বিষ্ণু অস্ত্রে শঙ্খচুড় কৈল দুইখান ॥
পুনৰপি কালদণ্ড কৰিল প্রহাৰ ।
দিব্যৰথ চক্রদণ্ড কৰিল সংহাৰ ॥
ময়ুৰকো তাড়িলন্ত ঘোৰ শৰজালে ।
উৰ্দ্ধ লেঞ্জ কৰি শিখি নাচে অস্ত্রজালে ॥
বিধনু বিৰথী ভৈল শিবৰ নন্দন ।
শক্তিকেলি মাৰিলন্ত কৰিয় গৰ্জ্জন ॥
আকাশে আসন্ত শক্তি মধ্যাহ্ন মিহিৰ ।
নিৰ্ধুম অগনি মুখে কৰন্ত উগদাৰ ॥
আকাশে জ্বলন্ত অগ্নি ধক ধককৰি ।
নভোমাৰ্গ বিদাৰি চলন্ত বেগধৰি ॥
দেখি শঙ্খচুড় বিষ্ণু শক্তি প্রহাৰিল ।
স্কন্দৰ মহোল্কা শক্তিভাঙ্গি চুৰ্ণ কৈল ॥
শক্তিভাঙ্গি বেগধৰি হৃদয়ে পৰিল ।
মুৰ্চ্ছাহুই শিব সুত ক্ষনিকে উঠিল ॥

বিষ্ণু দত্ত দিব্য ধনুখান তুলি লৈল ।
তাৰকা বধিবে লাগি নাৰায়ণে দিল ॥
ৰতন নিৰ্ম্মিত ধনু হীৰকে খচিত ।
মানিক্যে বাখৰে বান্ধিয়াছে কাখৰত ॥
সেহিধনু হতেধৰি পাৰ্ব্বতী নন্দন ।
ৰতন বিমানে পুনু কৈল আৰোহন ॥
গুণগাছ মাৰ্জ্জি যেবে টঙ্কাৰ কৰিল ।
সিটোমহা ঘোৰশব্দে ভূবন কাপিল ॥
প্ৰতিধ্বনি লাগিয়া কাঁপিল বনখান ।
তাৰ প্ৰতিধ্বনিত সমুদ্ৰ কম্পমান ॥
মহা মহা দিব্যঅস্ত্ৰ গুণত যুৰিল ।
কৰ্ণমানে টানিপাছে প্ৰহাৰ কৰিল ॥
সৰ্পবাণ পৰ্ব্বতাস্ত্ৰ বৰ্ষে শিলা খোলা ।
শঙ্খচুড়ে নিজঅস্ত্ৰে সব সংহৰিলা ॥
দেখিয়া পাৰ্ব্বতী সুত ক্ৰোধে হুতাসন ।
দিব্যঅস্ত্ৰ মাৰিসব কৰিল ছেদন ॥
দেখি শঙ্খচুড়ে প্ৰহাৰিলা অগ্নিবাণ ।
মহা অগ্নিবাণে স্কন্দ কৰিল নিৰ্ব্যান ॥
পুনৰপি দুজনে বাজিল ঘোৰৰণ ।
যম দণ্ড কাল দণ্ড কৰিল ক্ষেপন ॥

মরুতৰ বাণ শঙ্খচূড় প্ৰহাৰিল।
ভাস্কৰাস্ত্ৰে ষড়ানন কাটি পেলাইল॥
প্ৰেত পিশঞ্চৰ বাণ মাৰে দৈত্যপতি।
শঙ্কৰাস্ত্ৰে নিবাৰিত ভবানী সন্তুতি॥
শিবমন্ত্ৰে শিবশূল মাৰিল কুমৰ।
বিষ্ণু মন্ত্ৰে বিষ্ণু শূলে কাটে শঙ্খচূড়॥
ক্ৰোধে ব্ৰহ্ম অস্ত্ৰ প্ৰহাৰিল ষতানন।
ধনুৰ্ব্বাণ ৰথ ধ্বজ কৰিল ছেদন॥
পুনৰপি শিব শূল কৰিল প্ৰহাৰ।
সম্মাহা কাটিয়া অঙ্গে কলি সঞ্চাৰ॥
সূৰ্য্য সম জ্যোতিৰ্ম্ময় কিৰীটি ছেদিল।
কৰ্ম্ম ছেদি মৰ্ম্ম ভেদি অঙ্গে প্ৰহাৰিল॥
বহিল শোনিত ধাৰা বক্ষ পাটাভেদি।
একেবাণে কবচ কুণ্ডল পেলাই ছেদি॥
তেজো ময় মহাশক্তি সূৰ্য্য সম জ্বলে।
শঙ্খচূড় হিয়াত ভেদিল বাহুবলে॥
হিয়া ভেদি দনুৰাজ নিঢালি পৰিল।
এক দণ্ড মান মূৰ্চ্ছা হুই পৰি ৰৈল॥
মূৰ্চ্ছা এৰি কতোক্ষণে ভৈল সন্ধুক্ষণ।
অন্য ৰথে উঠি ধনু কৰিল ধাৰণ॥

গুণ গাছ মাজি পাছে টঙ্কাৰ কৰিল।
মায়াময় অস্ত্ৰ সব বৰষিবে লৈল॥
অগ্নি বৰুণৰ বায়ু মাৰ্ত্তণ্ড সোমৰ।
হস্তী মৃগ শ্বান শিবা বৰাহ গাণ্ডাৰ॥
কঙ্ক গৃধ্ৰ শ্যেন ছিলা কপোত কাউৰ।
সিংহ ব্যাঘ্ৰ অশ্বগোধা মহিষ ভল্লুকৰ॥
যম দণ্ড কাল দণ্ড ভাৰ্গৱ প্ৰচণ্ড।
সপ্তসাৰ ঐষিক বিপাট সিংহদণ্ড॥
দেব দৈত্য দানব অসুৰ পিশাচৰ।
যক্ষ ৰক্ষ গন্ধৰ্ব্ব কিন্নৰ মনুষ্যৰ॥
যত অস্ত্ৰ শঙ্খচুড় কৰন্ত প্ৰহাৰ।
তিল তিল কৰিকাটে অম্বিকা কুমাৰ॥
নিৰুপায় নৰপতি ক্ৰুদ্ধ গুৰুতৰ।
মহা বেগে তুলি লৈল শক্তি মাধৱৰ॥
শত সূৰ্য্য সম জ্বালা উগ্ৰ শক্তি গোট।
প্ৰলয়ৰ অগ্নি শিখা হুইল প্ৰকট॥
বিষ্ণু তেজে শক্তি পাট বিষ্ণু মন্ত্ৰেসাৰ।
ওলতা পালতা মন্ত্ৰ গাই তিন বাৰ॥
বাহ্বো স্ফোট কৰি বেগে হেঙ্কাৰি মাৰিল।
কাৰ্ত্তিক বীৰক পাই সামৰি লইল॥

হিয়া ভেদি পিঠি পাচে বাহিৰ হইল।
বিষ বহ্নি লাগি দেহ ভৈল ভুলা ভুল ॥
সিজিল সমস্ত দেহ নিচলি পৰিল ।
কোলাকৰি কালী শিৰ থানে মিয়া থৈল ॥
কাৰ্ত্তিকক শিব স্থানে ৰাখিয়া ভবানী ।
উগ্ৰ চণ্ডা ৰূপে ৰণে প্ৰবেশে আপুনি ॥
শূল পাখে ছুকিয়া ভাঙ্গি ফেলাইল ।
পুত্ৰ শোকে শঙ্খচুড়ে মাৰিবে ধাইল ॥

## উগ্ৰচণ্ডাৰ যুদ্ধে প্ৰবেশ ।

### পদ ।

নাৰায়ণ বদতি শুনিয়ো তপোধন ।
স্কন্দক ৰাখিল কালী শিব সন্নিধান ॥
শূল অগনিত দেহ সিজি ভুলা ভৈল ।
শ্ৰীহস্ত বুলাই শিব আৰোগ্য কৰিল ॥
জীব ন্যাশ কৰি দেহে জীব সঞ্চাৰিল ।
পূৰ্ব্বতো অধিক শত গুণ বল ভৈল ॥
হাতে ধনুধৰি বীৰ ভৈল আগুসাৰ ।
দেখে গই কালী সমে যুজে শঙ্খচুড় ॥

কার্ত্তিকৰ কথা আৰে ইমানতে খণ্ড।
অম্বিকা যিকৈল তৈত্ত বিবৰিয়া কণ্ড॥
কার্ত্তিকক ৰাখি দেবী সমৰে ধাইল।
নন্দি মুখ্যে ডাকিনী যোগিণী সবো আইল॥
পলাতক দেখ সবো আসিল পালতি।
কালিকাৰ সঙ্গে ৰণে হইল মুকতি॥
দেবতা গন্ধর্ব্ব যক্ষ ৰাক্ষস কিন্নৰ।
কোটি কোটি বাদ্যে ভণ্ডে ব্যাপি দিগাণ্ডৰ॥
নানা ৰূপ দেব বাদ্য মধুৰ সুস্বৰ।
গন্ধর্ব্ব কিন্নৰে বাদ্য কৰে মনোহৰ॥
শত শত ভাৰ মধু কলস বহয়।
পুনু ৰণ স্থল ভৈল পূর্ব্বৰ আনয়॥
ৰণে প্রবেশিয়া কালী সিংহনাদ কৈল।
অট্ট অট্ট ঘট্ট ঘট্ট হাসিবে লাগিল॥
দেবতাৰ সিংহনাদ কালিকা গর্জ্জন।
বিত্রাশিত দৈত্য সেনা মৰা মুর্চ্ছাহৈন॥
শত শত কলসিক একে বাৰে ধৰি।
কৰৈ মধুপান কালী নাছে দিগম্বৰী॥
আলু ঠালু মুক্ত কেশ খড়্গ খর্পৰ।
লক লক ঘোৰ জিহ্বা ব্যাপি দিগান্তৰ॥

উগ্ৰা উগ্ৰ দ্ৰংষ্ট্ৰা আদি ডাকিনী যোগিণী ।
পুনু পুনু মধুপানে উন্মত্তা নাচনী ॥
মহা ভয়ে দৈত্য সেনা ৰাজাত জনাইল ।
কালিকাক দেখি শঙ্খচুড় শীঘ্ৰ আইল ॥
শঙ্খচুড় অভয় দিলন্ত সৰ্ব্বজনে ।
কালী সমে ঘোৰ যুদ্ধ বাজিল তেখনে ॥
প্ৰলয়ৰ অগ্নি শিখা হেন অগ্নি বাণ ।
শঙ্খচুড় দানবক কৰিল সন্ধান ॥
আকাশৰ পথে মহা বহ্নি উঠলিল ।
বৰুণাস্ত্ৰে শঙ্খচুড় লীলায়ে কাটিল ॥
দেখিকালী মহা বৰুনাস্ত্ৰ প্ৰহাৰিল ।
শিলাখোলা ৰুধিৰ কৰ্দ্দম বৰষিল ॥
প্ৰলয়ৰ মেঘে যেন কৰন্ত বৰ্ষণ ।
সেহিমতে ৰণভূমি ভৈল জলাকীৰ্ণ ॥
দেখিৰাজা গন্ধৰ্ব্বাস্ত্ৰ কৰিল প্ৰহাৰ ।
লীলায়ে দেবীৰ বাণ কৰিল সংহাৰ ॥
কালিকা মাৰিল পাছে মহেশ্বৰ বাণ ।
ব্ৰহ্মা অগ্নি শিখাতাত ভৈল উতপন ॥
আকাশত ছুটছুটী বিদ্যুত্ত উঠয় ।
ঝাকে ঝাকে আপনি স্ফুলিঙ্গ বৰিষয় ॥

বৈষ্ণবাস্ত্ৰ মাৰি ৰাজা লীলায়ে ছেদিল।
ক্ৰোধে দেবী নাৰায়ণ অস্ত্ৰ প্ৰহাৰিল॥
মন্ত্ৰ সমে নাৰায়ণ অস্ত্ৰ পাটদিল।
গগণ মণ্ডলে শত মাৰ্ত্তণ্ড জ্বলিল॥
আসে নাৰায়ণ শৰ গগন বিদাৰি।
ৰথহন্তে নামিৰাজা পৰে কৰ যুৰি॥
দণ্ডবন্তে ভূমি লুঠি প্ৰণাম কৰিল।
জ্যোতিৰ্ম্ময় অস্ত্ৰপাট উৰ্দ্ধে চলি গৈল॥
মন্ত্ৰ অভিকেৰি ব্ৰহ্ম অস্ত্ৰ প্ৰহাৰিল।
যোজন প্ৰমাণে অগ্নি আকাশে উঠিল॥
মহা ব্ৰহ্ম বাণে ৰাজা কৰিল সংহাৰ।
দেখি দেবী দিব্যঅস্ত্ৰ কৰিল প্ৰহাৰ॥
অগনি বৰুণ বায়ু সূৰ্য্য চন্দ্ৰ শৰ।
জৃম্ভনাস্ত্ৰ পৰ্ব্বত গন্ধৰ্ব্ব মাহেন্দ্ৰৰ॥
বিষ্ণু চক্ৰ কাল চক্ৰ ব্ৰহ্মযম দণ্ড।
নিকতি ঈষাণ ৰৌদ্ৰ কুবেৰ প্ৰচণ্ড॥
বিশ্বাবসু অশ্বিনী ঐষিক নাগ মুখ।
সৰ্প তাৰ্ক্ষ ভাস্কৰ বৰাহ নাগ মুখ॥
শঙ্খচুড়ো সেহিবাণে কৰন্ত সংহাৰ।
ক্ৰোদ্ধে দেবী তুলি লৈলা শক্তি ঘোৰতৰ॥

যোজন প্রমাণ দীর্ঘ প্রচণ্ড মার্ত্তণ্ড।
মুখহন্তে উল্কাৰাশি বহে জাট জাট ॥
দেখিৰাজা মহাদিব্য অস্ত্রঝাক দিল।
আকাশতে দেবী শক্তি শতখণ্ড কৈল ॥
মনত বোলয় কালী কিনো বীৰ গোট।
ভালতো ত্রিদশে আৰ নসহয় ছোট ॥
শক্তিনষ্ট দেখি ক্রোধে অগ্নি উঠলিলা।
বধলাগি মহাপণ্ড পথ অস্ত্র লৈলা ॥
তুনহন্তে অস্ত্র পাট আনিল আযুৰি।
ওলতা পালতা মণ্ড পৰিল সাদৰি ॥
পাশুপত অস্ত্রযেবে গুণত লগাইল।
সমস্ত সংসাৰ কাঁপি তোলপাৰ ভৈল ॥
ঠোপা ঠোপে আকাশৰ তৰাখহি পৰে।
জোটা জুটী বান্ধে নাগ অনন্ত পাতালে ॥
হেনকালে উপৰে আকশী বানী ভৈল।
কালাকাৰ কর্ণে শব্দ প্রবেশি কহিল ॥
শ্রীহৰি কবচ তাৰ কণ্ঠত আছয়।
এতেকতে পাশু পত্রে মৃত্যু নাহিহয় ॥
যতক্ষন দেহেতাৰ কবচ থাকয়।
যতক্ষনে তুলসীৰ সতীত্ব আছয় ॥

ততক্ষন তাৰ মৃত্যু নাহিক নিশ্চিত ।
তাক বধিবাক কাৰো নুহিকা সমৰ্থ ॥
এতেক আকাশ বানী শুনিল ভবানী ।
অস্ত্ৰ সামৰিয়া ভৈল প্ৰলয় অগনি ॥

## কালীৰ প্ৰলয় মূৰ্ত্তি ধাৰণ ॥

## ঝুমুৰি ।

পাছে তৈতে নাৰায়নী । ক্ৰোধে অতি মহ আগ্নি ॥
ধৰিল প্ৰলয় মুৰ্ত্তি । সংসাৰ কৰিবে সৃষ্টি ॥
বিকট ভৈলন্ত মুখ । বিয়াপিল দশদিক ॥
মুখ খান মেলিলন্ত । আকাশক লঙ্ঘিলন্ত ॥
চক্ষু অগ্নি ধক্ধক্ । ঘোৰ জিহ্বা লক্লক্ ॥
নাকৰ নিশ্বাস বৰ । বহে প্ৰলয়ৰ ঝড় ॥
চাৰিহস্ত প্ৰশাৰিল । যোল ক্ৰোশ বিয়াপিল ॥
তাৰমাজে যতপাইল । চপাই আনিছো বাইল ॥
শতশত লক্ষদৈত্য । সৈন্যসেনা পঞ্চযত ॥
হস্তীঘোড়া ৰথৰথী দশনে পেলাইল মথি ॥
পাদ খহু নপলাইল । ৰক্তক গ্ৰসিবে দিল ॥

হাতমেলি খেদিযায়। দেখিশঙ্খ চুড়ৰায়।
মহা ঘোৰ দিব্যঅস্ত্র প্রহাৰিল ভয়েত্রস্ত্য।
কালীগাৰে ঠেকিলগু। আশয়ুাৰ পৰিলন্ত।
তাৰঅস্ত্র নাগিলিল পাছেকালী খড়্গলৈল।
গ্রীষম কালে সূর্য্যযেনি। আছে আকাশক চমি।
ধক ধক জ্বলে অতি। জগত দহিবে শক্তি।
পাছে বিষ্ণু চক্র হানি। শঙ্খচুড় মহামানী।
আকা শতে দেবী খড়্গ। কাটি কৈল শতখণ্ড।
হেন দেখি ক্রোধে আই। গিলিবাক খেদি যাই।
সিয়ো কাম ৰূপী বীৰ। সর্ব্ব মায়া সর্ব্বেশ্বৰ।
বায়ু সম ধৰে কায়। ধৰিবাক নপাৰয়॥
খেদি ৰথখান পাইল। ভুঙ্ক মাৰি চুৰ্ণ কৈল।
সাৰথী গোটক ধৰি। মুচৰিল চূৰ্ণ কৰি॥
শঙ্খচুড়ে লাফ দিল। পাছ গুছি পলাইল॥
দেখি কালী ক্রোধে অতি। শূল পাট লৈল দাঁতি॥
প্রলয়ৰ অগ্নি হেন। জগত কৰিবে চন্ন॥
উঠিলিল শূলপাট। মুখে অগ্নিজাট জাট।
আকাশ ভাঙ্গিয়া আসে। শঙ্খচুড় দেখে ত্রাসে।
বিষ্ণু ভক্ত যিটো জন। বল তাৰ নোহে উন।
আকাশক নাহানিল। লাফতে ধৰিল শূল।

বাম হাতে ধৰিলন্ত। আছাৰিয়া পেলাইলন্ত
সেহি বেলা ছেগ চাই। চাম্পদি ধৰিলা আই॥
প্ৰহাৰিল বজ্ৰ মুষ্টি। কৰিলন্ত হাড় গুণ্ডি॥
ঘোৰ মুষ্ট্যাঘাত পাই। পাক ফুৰি ঘুৰে ৰায়॥
ঘুৰি ঘুৰি মুৰ্চ্ছা গৈল। হুক হুকি বতিয়াইল॥
উফৰি পৰিল গই। মৃতক পৰায় হুই॥
ক্ষনিকে চেতনা পাই। উঠিলন্ত পুনৰায়॥
দেবী হাত মেলি ধাই। তাক বাহু যুদ্ধ চাই॥
মাতৃ বুলি প্ৰণামিল। বাহু যুদ্ধ নকৰিল॥
পদ প্ৰান্তে মুণ্ড লুণ্ঠি। দণ্ডবতে কৈল স্তুতি॥
তোমাক যুজিবে আই। মোৰ কিচু শক্তি নাই
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ। ইটো জগত চৰাচৰ॥
এক গ্ৰাস কৰি খাই! তবু ক্ষুধা নপলাই॥
ব্ৰহ্মা বিষ্ণু আদি কৰি। সমস্তৰে গৰ্ভধাৰী॥
তুমি আদিমূল শক্তি। সমৰে কৰিছা সৃষ্টি॥
কালত সংহাৰ কৰা। তুমি মাতা পৰাৎ পৰা॥

শংখচুড় স্তুতি শুনি জগত জননী।
নকৰিল বাহু যুদ্ধ এড়িল তখনি॥
শঙ্খচুড় পুনৰপি ধনুৰ্ব্বান লৈল।
দেখি কালী পুনু দিব্য অস্ত্ৰ প্ৰহাৰিল॥

অস্ত্র হানি দৈত্যপতি তিল তিল কৰে ।
চাম্প মাৰি দেৱী তাক ধৰে আৰ বাৰে ॥
পুনৰপি শঙ্খচুৰ প্ৰণাম কৰিল ।
পদতলে মাথা গুঞ্জি দণ্ডবত কৈল ॥
মাতৃ ভক্ত জানি কালী অস্ত্ৰ নামাৰিল ।
কিন্তু গলছেপি টেপামাৰিয়া ধৰিল ॥
গলছেপি টেপামাৰি ধৰিল ভবানী ।
ঘূৰাইয়া ফেলে আকাশত দলি হানি ॥
পাক ফুৰি আকাশত ঘূৰে শঙ্খচুৰ ।
উলতি পৰয় আসি ভূমিৰ উপৰ ॥
যেহেন বালকে আকাশত ধোপ খেলে ।
সোট মোচ খাই পৰে ধৰণী উপৰে ॥
সেহিমতে শঙ্খচুড় ভূমিত পৰয় ।
পৰিবা মাত্ৰকে পুনু লম্ফাদি উঠয় ॥
উঠি পুনু কালীপদে কৰন্ত প্ৰণাম ।
মায়াতে সৃজন কৰে ৰতন বিমান ॥
বিমানে চড়িয়া পুনু ৰণক আসয় ।
দুই হাতে ধৰি কালী চোবাইবে খোজয় ॥
গথহন্তে মায়াময় অন্তৰি পলায় ।
বায়ু সম দেহ মাৰিবাক নপাৰয় ॥

মৃত্যু নাই জানি চণ্ডী আৰু নমাৰিল।
দানবৰ ৰক্ত খাই পিৰ্থ তুষ্ট ভৈল॥
যুদ্ধ বাৰ্ত্তা কহিবে শঙ্কৰ আগে গৈল।
পূৰ্ব্বাপৰ বিস্তৰিয়া কহিবে লাগিল॥
ভৱাণী কহন্ত দেব কৰা অবধান।
দেব সমে দশ বৎসৰ ভৈল ৰণ॥
অকলে কাৰ্ত্তিক যুদ্ধে বাৰয় বৎসৰ।
ময়ো যুদ্ধ কৈলো তিনি পক্ষ ভয়ঙ্কৰ॥
সৰ্ব্ব সৈন্য ক্ষয় এক লক্ষ অবশিষ্ট।
আৰু শঙ্খচুড় আছে দুৰ্ব্বাৰ বলিস্ট॥
তাক মাৰিবাক কৈলো বিবিধ যতন।
নমৰে মায়াবী দৈত্য মহা পৰাক্ৰম॥
আন সব দন্তে চোবই কৈলো মনিমুৰ।
শঙ্খচুড় মুখহন্তে হইল বাহিৰ॥
মহাজ্ঞানী শঙ্খচুড় বৈষ্ণব প্ৰধান।
নিপীড়ে ভাগৱ দুঃখ নালাগে কখন॥
পাশু পত হানি তাক মাৰিবে খোজন্তে।
শুনিলোহো দৈব বানী আকাশৰ হন্তে॥
মোৰ বধ্য নোহে পাশুপতে নমৰিবে।
এতেকতে তাৰ প্ৰতি অস্ত্ৰ নচলিবে॥

অন্য অস্ত্ৰ আৰু তাক নকৰিলো প্ৰহাৰ।
কাটি খণ্ড খণ্ড কৰে দানব দুৰ্ব্বাৰ॥
জয় নমো জগদ্ধাত্ৰী জগত জননী।
চৰাচৰ জগতৰ উদ্ভব কাৰুণী॥
কটাক্ষে সৃজন কৰা কটাক্ষে সংহাৰ।
দৈত্য বধ ৰণ মাত্ৰ লীলাৰ আচাৰ॥
কোন ক্ষুদ্ৰ শঙ্খচূড় তোমাক যুজিবে।
অনন্ত মহিমা তযু কোননো বুজিবে॥
শঙ্খচুড় বধ ছলে ভাৰ সংহাৰিলা।
ভক্ত বাক্য পালি তথাপিতো নবধিলা॥
অনন্ত ব্ৰহ্মাণ্ড কোটি প্ৰতি লোম কুপে।
ব্ৰহ্মা বিষ্ণু শিব যাৰ নাম সদা জপে॥
অখিল জগত যদি এক-গ্ৰাসে খায়।
তথাপিতো যাৰ খুদ খহু নপলায়॥
হেন তুমি শঙ্খচুড়ে পাৰি নমাৰিলা।
মুখে ভৰি পুনৰপি ওকালি ফেলিলা॥
হীন জন হুইলে জানো মায়াৰ অধিন।
কিন্তু তুমি নিজে মায়া নোহা পৰাধীন॥
জগত ব্যাপক পুৰ্ণ ব্ৰহ্মময় আত্মা।
শক্তিৰূপে সৰ্ব্বঘটে আছা বিৰাজিতা॥

এতেকতে নৰ লাগি পথ প্ৰবৰ্ত্তিলা।
বিষ্ণু বৈষ্ণবক যাতে নাহি কৰে হেলা॥
দেখোতে দেখিছে সবে শক্তি মাত্ৰ সাৰ।
শক্তি না হইলে সৃষ্টী হোৱে চাৰখাৰ॥
তথাপিতো মূঢ় নৰে বিভেদ কৰয়।
বেদ পুৰানত কৈতো ভেদ নালেখয়॥
সৰ্ব্ব নদ নদী যেন সাগৰত যায়।
সৰ্ব্ব পথে সেহি ৰূপে তোমাকেসে পায়॥
কিন্তু মাত্ৰে আপচু শুনিবে কৰ্ণ পথে।
নিন্দা বাদ নাহি সাস্ত্ৰকাৰ জ্ঞানী মতে॥
এক আত্মা সৰ্ব্বব্যাপী শক্তি পৰাৎপৰ।
তাঙ্ক ভজি সংসাৰ সাগৰে হোৱে পাৰ॥
দ্বাত্ৰিংশ অধ্যায় পদ পুণ্য ভাগৱত।
কালী শঙ্খচুড় যুদ্ধ পৰম অদ্ভুত॥
কলিৰ পৰম ধৰ্ম্ম সিদ্ধি মনস্কাম।
গোপালে ৰচিল ডাকি বোলা ৰাম ৰাম॥

# শিব শঙ্খচূড়ৰযুদ্ধ ।

## পদ ।

নাৰায়ণে কহিল নাৰদ তপোধন।
যুদ্ধ বাৰ্ত্তা শুনি হৰে হাসিল তখন ॥
তত্ব জ্ঞান বিশাৰদ দেব পঞ্চনান।
কালী বাক্য শুনি পাছে কৰিল গমন ॥
লগতে সাজিল নন্দি ভৃঙ্গি আদিগণ।
শিবে দেখি শঙ্খচূৰ নামিল তেখন ॥
বিমানৰ পৰা নামি বৈষ্ণব প্ৰবৰ।
মাথা গুঞ্জি শিব পদে নমিল সত্বৰ ॥
ভক্তি কৰি ডণ্ডবতে প্ৰনাম কৰিল।
তাত পাছে শিগ্ৰে গই বিমানে উঠিল ॥
বিচিত্ৰ সন্নাহা পিন্ধি ধনু লৈল হাটে।
দিব্য অস্ত্ৰে শস্ত্ৰে পূনু যুজে পুৰ্ব্বৰতে ॥
পিনাক টঙ্কাৰি হৰে বাণ বৰষিল।
শবদতে দশোদিশ ভুবণ কাম্পিল ॥
ভীষণ অস্ত্ৰৰ ঘটা অগনি নিকলে।
দুইকো দুই প্ৰহাৰ কৰন্ত অবহেলে ॥

শিব শঙ্খচূৰ যুদ্ধ অতিব ভিষণ।
নহয় নিবৃত্ত নিৰন্তৰ ঘোৰ ৰণ॥
নাহইল নাহইবে যুদ্ধ পূৰ্ব্বাপৰ।
অবিশ্চেদ ঘোৰ যুদ্ধ শতেক বৎসৰ।
নাহি দিবানিশি জ্ঞান যুদ্ধ নিৰন্তৰ।
নাহি নিদ্রা নাহি তৃষা অক্ষয় অজৰ॥
অস্ত্ৰাঘাতে তিন লোক হুই কম্পমান।
অনন্ত বাসুকী কাম্পে থলকে ভুবন॥
শিব শৰে শঙ্খচুৰ ব্যথিত পৰাণ।
তবু জয় পৰাজয় নোহে কোন জন॥
বৃষপৃষ্ঠে ভগবান বিমানে দানব।
দুইকো দুই প্ৰহাৰন্ত নুহি পৰাভব॥
শিবে প্ৰহাৰন্ত শঙ্খচুড়ে কৰে চুৰ্ণ।
শঙ্খচুড়ে হানে শিবে কাটন্ত তেখন॥
দানবৰ সৰ্ব্বসৈন্য কৰিল নিধন।
সবে মাত্ৰ আছে দৈত্য একশত জন॥
শিব পক্ষে যতমান ৰণত পৰিল।
ততক্ষণে সদাশিব জীবিত কৰিল॥
ইটোযুদ্ধ বৰ্ণিবাক নাহিক শকতি।
চাৰিমুখে বিধি শতমুখে নাগপতি॥

এতেকতে ব্যাসদেব সংক্ষেপে লিখিল।
মূলেমাত্রে শতবর্ষ যুদ্ধ বুলি থৈল ॥
মহেশে দেখিল কিছু নাহিকে উপায়।
পূর্ব্বকথা স্মৰি চিন্তিলন্ত যদুৰায় ॥
চিন্তা মাত্রে একবৃদ্ধ আতুৰ ব্রাহ্মন।
ৰণ স্থলে দৈত্য পাশে ভৈল আগুয়ান ॥
আগবাটি দৈত্যেশ্বৰে কহিল বচন।
বৃদ্ধ বিপ্র দেখি নৃপ কৰিল সম্মান ॥

## বৃদ্ধ ব্রাহ্মনৰ ভিক্ষা ॥

### পদ ।

হেনকালে ৰণ মাঝে একবৃদ্ধ দ্বিজ ।
সুপ্রসন্ন মুখ চক্ষু পত্রসৰ সিজ ॥
হাতে লাঠী লপ থফ কুজা কুজে চলে।
শঙ্খচুড় কাশেগই স্বস্তি বাক্যবোলে ॥
ব্রাহ্মণে প্রার্থন্ত ৰাজাভিক্ষা দানদেহ।
ভিক্ষাদিবে ব্রাহ্মণে অন্যথা নাকৰিহ ॥
তুমি মাহাদানী ৰাজা বাঞ্চা পূর্ণবাৰ
দুঃখিত আতুৰ বৃদ্ধে দেহ নৃপবৰ ॥

আগে সত্য কৰ পাছে কহিব বিবৰি।
এতশুনি প্ৰতিজ্ঞা কৰিল মহা বীৰি ॥
যিবাখোজা তাকেদিব নকৰো অন্যথা।
দ্বিজ কহে ভিক্ষা মাগো কবচ সৰ্ব্বথা ॥
শঙ্খচুড়ে বুজিভৈল কাল উপসন।
গলাৰ কবচ কাটি দিল ততক্ষণ ॥
কবচ লভিয়া ৰঙ্গভৈল দ্বিজবৰ।
শঙ্খচুড় ৰূপেগৈল তুলসী গোচৰ ॥
মায়াকৰি তুলসীত বীৰ্য্যাধান কৈল।
তৈৰপৰা আসিপাছে শিবক বুলিল ॥

## শঙ্খচুড় বধ।

### ছবি।

তুলসী ৰজাত মাৰি, আসিলন্ত দেবহৰি,
মহেশক বুলিল বচন।
কবচ আনিমো মই, তুলসীৰো জাতি থাই,
আবে তুমি কৰাহ্বা নিধন ॥

হেনশুনি ত্রিপুৰাৰী, শূলপাট লৈল তুলি,
গ্রীষ্মে যেন মধ্যাহ্ন ভাস্কৰ।
উঠলিল শূলপাট, অতিশয় তেজোমন্ত,
অনির্ব্বাৰ অব্যর্থ ছুর্ব্বাৰ॥
সর্ব্বঅস্ত্র মধ্যেসাৰ, যেন গিৰি গুৰুতৰ,
অন্যেকেহো লৰিবে নপাৰে।
বিনাই কেশব শিব, নপাৰন্ত আনদেব,
যাকলই জগত সংহাৰে॥
সহস্রেক ধনুদীর্থ, একশত হাত প্রন্থ,
মূৰ্ত্তিমণ্ড জীবত্মা সহিত।
ব্রহ্মৰূপী শূলগাছ, নিত্য ব্যাপী মহাতেজ,
সেহিশূলে সংহাৰে জগত॥
শিব যেবে হাতেলৈল শঙ্খচূড়ে দেখিপাইল,
মৃত্যুঅস্ত্র দূৰতে চিনিল।
তিয়াগিল ধনুর্ব্বাণ, কৃষ্ণপদে কৈলধ্যান,
পাদপথ হৃদয়ে ধৰিল॥
ভক্তি ভাবে চিন্তাকৰি, কৃষ্ণ পদে যোগধৰি,
চক্ষুমুদি ৰূপ নিৰীক্ষিল।
পাছেশিব উপৰত, চক্রাকাৰে ফুৰাইলন্ত,
বলেধৰি হুঙ্কাৰি মাৰিল॥

উঠলিল অগ্নিঘোৰ, ভস্মভৈল শঙ্খচুড়,
শূল অগ্নি কৈল চাৰখাৰ।
হেনকালে দেবহৰি, আসিলন্ত শীঘ্রকৰি
শ্যাম ৰূপ বয়েস কিশোৰ ॥

পদ।

শঙ্খচূড় পুড়ি যেবে ভস্মীভূত ভৈল।
গোপবেশ ধৰিকৃষ্ণ দেব তৈত আইল।
দ্বিভুজ মুৰুলী ধাৰী স্নিগ্ধ ঘনশ্যাম।
সুচাৰু চিকন পীত বাস অনুপাম ॥
ইন্দ্ৰৰত্ন সাৰ অলঙ্কাৰে শোভমান।
গোপনোটি বেষ্টিত নবীন পূৰ্ণ কাম ॥
গোলোকৰ পৰা ৰত্ন বিমান উপৰি।
আসিলন্ত কৃষ্ণ ৰাজা দেখে নেত্ৰভৰি ॥
ৰাধাকৃষ্ণ যুগল কিশোৰ নব ৰূপ।
ধ্যান যোগে দেখি শিৰে প্ৰণামিল ভূপ ॥
বৃন্দাবনে ৰাশকেলি মণ্ডপ মধ্যত।
হাসন্ত ক্ৰীড়ন্তকৃষ্ণ ৰাধিকা সহিত ॥

---

দেবতাৰহিচাপ চাৰিহাতে একধনু।
মনুষ্যগণে ১৬ হাত একধনু ॥ ১৬০০০ হস্তদীৰ্ঘ ॥

সেহি ৰূপে ভক্তি সহ প্ৰফুল্ল নযণে ।
দেখিল স্তদামা ক্ষণে প্ৰসন্ন বদনে ॥
প্ৰেমে পুলকিত কৃষ্ণ কোলে কৰি লৈল ।
সূল গাছো ততক্ষণে ঊৰ্দ্ধে চলি গৈল ॥
শঙ্খচুড় অস্থি ভৈল শঙ্খৰ নিৰ্ম্মাণ ।
নানাৰূপে শঙ্খ ভৈল পবিত্ৰ বাজন ॥
শঙ্খোদক পবিত্ৰ দেবতা প্ৰীতি পদ ।
আজিয়ো দেখাহা শঙ্খচুড়ৰ সম্পদ ॥
তীৰ্থোদক ৰূপে শঙ্খোদক স্তপবিত্ৰ ।
শিবপক্ষে কেবলে জানিবা অপবিত্ৰ ॥
যিটো স্থানে শঙ্খ বাদ্য সৰ্ব্বত্ৰ হোৱয় ।
সিটো স্থানে স্থিৰালক্ষ্মী সৰ্ব্বদা থাকয় ॥
শঙ্খোদকে যিটো স্নান কৰন্ত সতত ।
সৰ্ব্ব তীৰ্থ স্নান ফল মিলয় সাম্প্ৰত ॥
শঙ্খে নিবসন্ত হৰি লক্ষ্মীৰ সহিতে ।
যেত শঙ্খ থাকে হৰি বসতি সৰ্ব্বত্ৰে ॥
স্ত্ৰী শূদ্ৰ যদি যুনি শঙ্খ ধ্বনি কৰে ।
ভয়ে ভীতা লক্ষ্মী চাৰি যাই স্থানান্তৰে ॥
দানবক বধিশিব কৈলাসত গৈল ।
বৃষভ আৰোহি সঙ্গে ভূত প্ৰেত লৈল ॥

দেবগণে নিজ নিজ বিষয়ে বৰ্ত্তিল।
নিজ অধিকাৰ লাভে আনন্দ হুইল॥
বজাৱে দুণ্ডুভী স্বৰ্গে গন্ধৰ্ব্বে গাৱন্ত।
অপেস্বৰী নাচে বিদ্যাধৰে গাই গীত॥
মহেশ উপৰে কৰে পুষ্প বৰিষণ।
সিদ্ধ মুনি দেবে প্ৰশংসন্ত ঘনে ঘন॥
নবম স্কন্ধৰ পদ শঙ্খচুড় বধ।
নাৰায়ণে কৈলা পূৰ্ব্বে নাৰদ মুনিত॥
এয়োবিংশ অধ্যাপদ মুক্তি ৰস নাম।
গোপালে ৰচিল ডাকি বোলা ৰাম ৰাম

## তুলসীৰ সতীত্ব নাশ বিবৰণ।

### পদ।

নাৰদে পুছন্ত দেব কৰা অবধান।
কোন ৰূপে তুলসীত কৈল বীৰ্য্যাধান॥
কিবা ৰূপ ধৰি পাছে জগতৰ পতি।
তুলসীৰ জতি নষ্ট কৰিল তহিতি॥
হেন শুনি নাৰায়ণে কহিলা উত্তৰ।
শঙ্খচুড় কবচ লইয়া গদাধৰ॥

বিষ্ণু মায়াকৰি শঙ্খচুড় ৰূপ ভৈল ।
পতি ব্ৰতা ব্ৰত নাশ হেতু ঘৰে গৈল ॥
শঙ্খচুড়ে বধিবাক হিংসা মনে কৰি ।
তুলসী মন্দিৰ দ্বাৰে চলিল মুৰাৰী ॥
দ্বাৰে জয় ধ্বনি কৈল দুণ্ডুভী বাদন ।
শুনি তুলসীয়ে কৈল বাহিৰে গমন ॥
স্বামী আগমন বাৰ্ত্তা আনন্দ অপাৰ ।
মৃতদেহে জীব সঞ্চাৰিল আৰু বাৰ ॥
গবাক্ষত মুখ অৰ্পি ৰাজ পন্থে দেখে ।
ব্ৰাহ্মণক দান দেন্ত পৰম কৌতুকে ॥
বন্দি ভিক্ষু যাচিঙ্গাক ধন দান কৰে ।
পৰম আনন্দে সৰ্ব্ব মঙ্গল আচৰে ॥
হেন কালে ৰথগই দুৱাৰে লাগিল ।
বিমানৰ পৰা নামি অন্তঃ পূৰে গৈল ॥
অমূল্য ৰতনে বিখছিত অলঙ্কাৰে ।
নিজ কান্ত হাতে পাই আনন্দে বিহৰে ।
পদ প্ৰক্ষালিয়া কৈল চৰণে প্ৰণাম ।
প্ৰেমে গদ গদ আতি কৰিল ক্ৰন্দন ॥
ৰত্ন সিংহাসনে বসাই কামুকী চাতকী ।
লবঙ্গ কৰ্পূৰ পান যোগাই মনে সুখী ॥

সকল জীবন মোৰ আজিসে হুইল।
ৰণে মৃত প্ৰাণ কান্তে পুনু গৃহে আইল॥
এতবুলি কাম শৰ কটাক্ষ প্ৰহাৰি।
ৰণৰ বৃতান্ত সোধে আনন্দে বিহৰি॥
জাই বিৰালোৰ ৰাৱে পুচয় তুলসী।
আদ্যো পান্ত ৰণ কথা মুখে মৃদুহাসি॥

## তুলসীৰ প্ৰশ্ন।

অসংখ্যাত ব্ৰহ্মাণ্ড সংহাৰী প্ৰভু হৰ।
তাৰসমে যুদ্ধে জয় ভৈলা কি প্ৰকাৰ॥
মুহুৰ্ত্তে সংহাৰ শক্তি মুহুৰ্ত্তে শৃজন।
হেনহৰ সমে কৈলা কিৰূপে সংগ্ৰাম॥
তুলসী বচন শুনি মায়া শঙ্খচুড়।
সেহি ভাবে কৰিল বচনে প্ৰত্যুত্তৰ॥
পূৰ্ণ শত্তবৰ্ষ প্ৰাণেশ্বৰী যুদ্ধ কৈলো।
মহেশৰ ৰণে আমি সব হৰুআইলো॥
সৰ্ব্ব সৈন্য সেনাপতি হস্তী ঘোড়া ৰথ।
সৰ্ব্বনাশ ভৈলো আমি হুইলো বিব্ৰত॥
হেনকালেহৰি ব্ৰহ্মা দুজনে আসিল।
দেবতাৰ ধন ৰাজ্য সবদি আইল॥

সময়ন্তি কৰিদিল মাধব ব্ৰহ্মান ।
শিব কৈলাসক গৈলমই নিকেটন ॥
এতকহি ভগবান আহাৰ কৰিল ।
পালঙ্কে শুতিয়া ৰতি ক্ৰীড়া আৰম্ভিল ॥
ৰমে ৰমাপতি তুলসীক নানাভাবে ।
ৰমণৰ ব্যতিক্ৰম তুলসী বিচাৰে ॥
সৰ্ব্ব ভাবে বিতৰ্ক কৰয় মনে মনে ।
ইটো কোন জন মোক ৰমে এহিঠানে ॥
তুলসী পুচন্ত কহ তুমি কোনজন ।
মায়াবদী মোৰ ধৰ্ম্ম কৰিলি লঙ্ঘন ॥
মোহোৰ সতীত্ব নষ্ট কৰিলি দুৰ্জন ।
দিবো ঘোৰ শাপতোক নুহিকে খণ্ডন ॥
তুলসী বচনে হৰি ভয়তে কাপিল ।
শাপভয়ে ততক্ষনে নিজ মূৰ্ত্তিভৈল ॥
আগতে দেখিল দেবী দেব সনাতন ।
নবান নীৰদ শ্যাম পঙ্কজ লোচন ॥
কোটি কন্দৰ্পৰ ঠাম সুন্দৰ মুকতি ।
ৰতন ভুষণে দেহ কৰিআছে জোতি ॥
প্ৰসন্নবদন ঈষদ্ধাস্য পীতবাস ।
দেখিকামে মূৰ্চ্ছা ভৈল তুলসী সহস ॥

ক্ষনিকতে মুৰ্চ্ছাএৰি কহোপুনৰপি।
গোবিন্দৰ পদ প্ৰান্তে বদন আৰোপি ॥

## তুলসীৰ অনুনয় ॥

### পদ।

তুলসী বিনাৱে প্ৰভু দেব জগন্নাথ।
দয়া ধৰ্ম্ম নাইতযু পাৰাণ সাক্ষাত ॥
ছলে ধৰ্ম্ম নাশিমোৰ স্বামী বধকৈলা।
কোনদোষে মোক হেন বিধিনি ঘটালা ॥
সমস্তৰ মধ্যেতুমি পাৰাণ হৃদয়।
এতেকে পাৰাণ তুমি হোৱা দয়াময় ॥
যিজনে তোমাক সাধু বোলে নাৰায়ণ।
সিজন পাগল মুৰ্খ কহিলো বচন ॥
পৰঅৰ্থে বিনাঅপৰাধে নিজভৃত্য।
কিহেতু ৰাজাক তুমি কৰিলা নিহত ॥
এতবুলি বিলাপিয়া কান্দিবে ধৰিল।
আঞ্চলে বদন ধাকি ফুকৰি কান্দিল ॥
দেখি হৰি করুণা সাগৰ ভগবাণ।
হাতেধৰি প্ৰবোধিবে লাগিল তেখন ॥

পূর্ব্বে চিৰকাল তুমি মোহোৰ কাৰণ
কৰিলা ভাৰতে তপ পৰম দাৰুণ ॥
তোমালাগি শঙ্খচুড়ো বহুত পকৈল।
সিহেতু তোমাক সিটো ৰমণী পাইল ॥
বহুকাল তোমালই কৰিল বিহাৰ।
বৰ্ত্তমানে দিলোমই তপ ফলসাৰ ॥
এইতনু ত্যাগিধৰা দিব্যনৰ দেহ।
লক্ষ্মীৰ সমানে মোৰসঙ্গে বিহৰিহ ॥
এইতনু নদীৰূপে গণ্ডুকী হুইব।
ভাৰতৰ মধ্যে মহা পুন্যনদী হুব ॥
তোমাৰ যে কেশ গুচ্ছ পুন্য বৃক্ষহব।
তুলসী বুলিয়া নাম জগতে ঘুষিব ॥
তুলসীৰ কেশে জন্ম সিহেতু তুলসী।
সৰ্ব্ব পুন্যফল প্ৰদা পৰম সুবাসী ॥
ইতিনি লোকত সৰ্ব্ব দেবতা পূজনে।
পত্ৰ পুষ্পফল মধ্যে তুলসী প্ৰধানে ॥
স্বৰ্গেমৰ্ত্ত্যে পাতালে গোলোকে মোৰভবে।
পুষ্পসমে তোমাৰ তুলসী বৃক্ষৰবে ॥
ভাণ্ডীৰ চম্পক বনে চম্পক কাননে।
মাধবী কেতকী কুণ্ড মালতীৰ বনে ॥

ইটোসব পুন্যস্থানে তোমাজন্ম হুইবে।
তুলসী বৃক্ষৰমূলে সর্ব্বতীর্থ ৰবে॥
তুলসীৰ তল পুন্যস্থান পুন্যদাত্রী।
তাতে সর্ব্বতীর্থ মানে হবে অধিষ্টাত্রী॥
সর্ব্বদেব সমে মই তৈতবাস কৰো।
তুলসী বৃক্ষৰ তল কভু নাহিএৰো॥
পতিত তুলসী পত্র লৱে যিতোজন।
সর্ব্বযজ্ঞ সিদ্ধ সর্ব্ব তীর্থ ফল স্নান॥
তুলসী পত্রজলে যিটোজনে শান্তিকৰে।
সহস্র অমৃত ঘটে পুষ্টি সিটো নৰে॥
তুলসী পত্রদানে তুলসীয়ো হোৱে তুস্ট।
সর্ব্বদা কমলা তাক প্রতিমহা তুস্ট॥
অযুতেক গাভী দানে যেইফল পায়।
কার্ত্তিকে তুলসী দানে সিফল মিলয়॥
মৃত্যু কালে খাই যদি তুলসীৰ জল।
সর্ব্ব পাপে মুক্ত হুই চলে মোৰ স্থল॥
নিত্যে যেই তুলসীৰ জল পান কৰে।
লক্ষ অশ্বমেধ ফল পাৱে সিটো নৰে॥
স্বহস্তে তুলসী যিটো দেহত ধৰয়।
তীর্থে প্রাণত্যাগি বিষ্ণু পুৰত চলয়॥

তুলসী কাষ্ঠৰমালা যিজনে পিন্ধয় ।
পদে পদে অশ্বমেধ ফল সিদ্ধি হয় ॥
তুলসী হাতত লই মিছা কথা কহে ।
যাবচ্চন্দ্র দিবাকৰ কাল সূত্রে জহে ॥
তুলসীত ধৰিমিথ্যা শপথ কৰয় ।
চতুর্দ্দশ ইন্দ্র কুম্ভীপাকত ভোগয় ॥
পয়াণৰ বেলা খাই তুলসী উদক ।
বিমানত চৰি সিটো চলে বৈকুণ্ঠক ॥
অমাবাস্যা পূর্ণিমা দ্বাদশী সংক্রান্তিত ।
তৈলাভ্যঙ্গে সায়ং কালে কিম্বা মধ্যাহ্নত ;
অশৌচে জননাশৌচে ৰাত্রি বাস পিন্ধি ।
তুলসী ছিঙ্গয় যিটো হৰি শিৰ ছিন্দি ॥
ত্রিৰাত্র তুলসী পত্র যদি বাসী হয় ।
তথাপিতো শুদ্ধ সতী কহিলো নিশ্চয় ॥
শ্রাদ্ধে ব্রতে দানে আৰু প্রতিষ্ঠা অর্চ্চনে
ভূমি জলে পৰেতবু লাগয পূজনে ॥
একবাৰ বিষ্ণুত কৰয সমর্পণ ।
ইয়ো সব হোৱে শুদ্ধ কৰিলে ক্ষালন ॥
প্রক্ষালন কৰি লাত সব শুদ্ধ হোৱে ।
কর্ম্ম কৰিবাক পাৰে জানিবা নিশ্চয়ে ॥

বৃক্ষ অধিষ্ঠাত্রী দেবী গোলোক বিহাৰী।
নিৰাময় কৃষ্ণে নিত্য ক্রীড়ন্ত সুন্দৰী॥
নদী অধিষ্ঠাত্রী দেবী ভাৰতে গণ্ডুকী।
মোৰ অংশে লোনা সমুদ্রৰ পত্নী সতী॥
বৈকুণ্ঠে মোহোৰ পাৰ্শ্বে তুমি মহা সাধ্বী।
লক্ষ্মী সম ৰমণে তোমাত বৰতুষ্টি॥
ভাৰতে গণ্ডুকী তীৰে তোমাৰ শাপত।
শৈলৰূপে ময়ো থাকি বোহো অবিৰত॥
কোটি সংখ্যা তথা তীক্ষ্ণ দন্ত কীটহুব।
মোৰ চক্র সেহি শিলা ভিতৰে কৰিব॥
একৰন্ধ্র চাৰি চক্র বণমালা চিহ্ন।
নৱ মেঘ সম বৰ্ণ লক্ষ্মী নাৰায়ণ॥
যদি তাত বণমালা চিহ্ন নাথাকয়।
লক্ষ্মী জনাৰ্দ্দন নাম সিজন হোৱয়॥
দুইৰন্ধ্র চতুশ্চক্রে গোস্পদ লাঞ্ছিত।
বণমালা নাই ৰঘুনাথ নামে খ্যাত॥
অতিক্ষুদ্র দুইৰন্ধ্র নব মেঘ প্রভ।
সিজন বামন মূৰ্ত্তি বনমালা লোপ॥
অতিক্ষুদ্র দুই চক্র বনমালা পিন্ধা।
শ্রীধৰ বোলয় নাম গৃহী সম্পদদাতা॥

বৃহত বর্ত্তূলকাৰ বনমালা হীন ।
দুই চক্র প্রস্ফূটিত দামোদৰ নাম ॥
মধ্যম বর্ত্তুল দুই চক্র বাণ চিহ্ন ।
শৰতুন সমন্বিতে সি মুৰ্ত্তি শ্ৰীৰাম ॥
মধ্যমীয়া সপ্তৰন্ধ্ৰ ছত্ৰ চিহ্নধৰ ।
ৰাজ ৰাজেশ্বৰ নাম সম্পদ ৰাজাৰ ॥
চতুৰ্দ্দশ ৰন্ধ্ৰ স্থল নব মেঘ প্রভ ।
অনন্ত তাহাৰ নাম চতুৰ্ব্বৰ্গ প্রদ ॥
দুই ৰন্ধ্ৰ চক্ৰাকাৰ মেঘ সম বর্ণ ।
শ্ৰীবৎস গোস্পাদ ধাৰী শ্ৰীমধুসুদন ॥
এক চক্ৰী সুদৰ্শন নাম ভগবান ।
গুপ্ত চক্ৰী মূৰ্ত্তি গদাধৰ বুলি জান ॥
হয় বক্তু দ্বি চক্র হয় গ্ৰীব নাম ।
দ্বি চক্র বিকট মুখ নৃসিংহ ভীষণ ॥
বিস্তাৰ বদন বণমালা দুই চক্ৰী ।
লক্ষ্মী নৰসিংহ নাম গৃহীমুখ দাত্ৰী ॥
মুখে দুই চক্র যাৰ শ্ৰীবৎস প্রস্ফূট ।
সৰ্ব্ব ফলদাতা বাসুদেব নামে খ্যাত ॥
নবীন নীৰদ বর্ণ বহু ক্ষুদ্র চক্র ।
পদ্যুম্ন তাহাৰ নাম গৃহী সুখ প্রদ ॥

একে লগে দুই চক্র সংলগ্ন সমান।
পৃষ্ঠ ভাগ সমস্থল নাম শঙ্কর্ষণ ॥
বর্ত্তুল হৰিত বৰ্ণ সুন্দৰ শোভন।
অনিৰুদ্ধ গৃহস্থৰ মহা সুখ ধন ॥
যৈতশাল গ্রামশিলা তৈতৰহে হৰি।
সৰ্ব্বতীৰ্থ লক্ষ্মীতাত থাকন্ত সুন্দৰী ॥
ব্রহ্মহত্যা আদিকৰি যত পাপ চয়।
শাল গ্রাম পূজিলে সকল হোৱে ক্ষয ॥
ছত্ৰকাৰে ৰাজাহোৱে বৰ্ত্তুলে সম্পদ।
শকট আকাৰে দুঃখ শূলাকাৰে বধ ॥
দৰিদ্ৰ বিকৃত মুখে পিঙ্গলত হানি।
ভগ্নচক্রে নানাৰোগ ফাটে মৃত্যুমানি ॥
চক্রসমে বিদীর্ণ হোৱন্ত যিটোশিলা।
তাঙ্কপূজা কৰেযিটো মৃত্যু আকৰ্ষিলা ॥
এই সবশাল গ্রাম যিটোজন ৰাখে।
সৰ্ব্বনাশ হয় সিটো দৈবৰ বিপাকে ॥
নৰসিংহ মূৰ্ত্তি গৃহস্থৰ নোহেপূজ্য।
সন্যাসী পূজিযা তাঙ্ক লভয় বৈৰাগ্য ॥
ব্ৰতদান প্রতিষ্ঠা শ্ৰাদ্ধাদি দেবপূজা।
শালগ্রামে অৰ্চ্চন প্রশস্ত সৰ্ব্বসিদ্ধ।

যিটোনৰে শালগ্ৰাম জলে শান্তিকৰে ।
সৰ্ব্বতীৰ্থ স্নান সৰ্ব্ব যজ্ঞফল ধৰে ॥
পৃথিবী ভ্ৰমণে সৰ্ব্বদানে যিবাপুন্য ।
সৰ্ব্বতীৰ্থ স্নান আৰু ব্ৰত আচৰণ ॥
বেদপাঠে যিবাপুন্য তপে যিবাফল ।
শালগ্ৰাম অৰ্চ্চনত মিলয় সকল ॥
দেবৰ বাঞ্চিত ফল মিলয় নিতান্ত ।
সিজনৰ স্পৰ্শ সৰ্ব্ব তীৰ্থেস্নো প্ৰাৰ্থন্ত ॥
মুক্তহুই জীব অন্ত হৰিপদ পায় ।
হৰি সমে ৰহে তথা অসংখ্য প্ৰলয় ॥
শালগ্ৰাম অৰ্চ্চন্ত সেবক যিটোজন ।
তাৰগন্ধে ব্ৰহ্মহত্যা কৰে পলায়ন ॥
তাৰ পদৰজে কৰে ধৰনী পবিত্ৰ ।
তাৰজন্মে লক্ষ পিতৃকুল হোৱে মুক্ত ॥
শালগ্ৰাম জলমৃত্যু কালেকৰে পাণ ।
সৰ্ব্বপাপে মুক্তকৰে বৈকুণ্ঠে গমন ॥
কৰ্ম্মভোগ খণ্ডিলভে নিৰ্ব্বান মুকুতি ।
বিষ্ণুপদে লীন হুই সাবন্ত জয়তি ॥

ব্ৰহ্মাৰ দিন ১০০০ দিব্য যুগ হয় ।
মনুষ্য মানে ৪০০০ যুগ । নিত্য প্ৰলয় ।

শালগ্রাম হাতে লই মিছা বাক্য কহে।
ব্রহ্মাৰ দিবস মানে কুম্ভীপাকে ৰহে॥
শালগ্রামে ধৰি যিটো সত্য নাহি পালে।
লক্ষ মন্বন্তৰ পাছে আসিপত্র বনে॥
তুলসীৰ বিনা যিটো ৰাখে সালগ্রাম॥
জন্মান্তৰে ভৰ্য্যাহীন হোৱে সিটোজন॥
তুলসী বিহীনে শঙ্খপাত্রে কৰে পূজা।
সিয়োজন জন্মান্তৰে নাহি মিলে ভাৰ্য্যা॥
তাতপাছে সপ্ত জন্ম মহাৰোগী হোৱে।
নানা ৰোগে ভুগি সিটো মহাদুঃখ পাৱে।
শাল গ্রাম তুলসী শঙ্খ একত্রে ৰাখয়।
সিটো মহাজ্ঞানী সাক্ষতে হৰি হয়॥
সিটো যাত বীৰ্য্যধান কৰে একবাৰ।
তাহাৰ বিচ্ছেদে হোৱে ৰমনী কাতৰ॥
তুমি এক মন্বন্তৰ শঙ্খচুড় সমে।
বিহৰি বিচ্ছেদ আবে দুঃখ পালা যেনে॥
সেহিৰূপে সিয়ো নাৰী সিজন সহিতে।
বাৰেক প্রণয়ে দুঃখ লভন্ত বিচ্ছেদে॥
এতমানকহি হৰি নিযমি ৰহিল।
প্রাণ ত্যাগি তুলসীয়ে দেহ লীন ভৈল॥

দিব্যৰূপ ধৰি লক্ষ্মীকান্তৰ সহিত ।
ৰত্ন বিমানত চড়ি বৈকুণ্ঠে গৈলন্ত ॥
লক্ষ্মী সৰস্বতী গঙ্গা তুলসী সহিত ।
চাৰিজন হৰিভাৰ্য্যা কহিলো তোমাত ॥
তুলসীৰ দেহে জন্ম ভৈলন্ত গণ্ডুকী ।
শিলাৰূপী ভগবান তীৰে ভৈল তথি ॥
কীটে দংশি বহু বিধ শিলা নিৰ্ম্মানয় ।
জলে পৰে যিটো সব ফলদাতা হয় ॥
স্থানেপৰে যিটো সব হোৱন্ত পিঙ্গল ।
উপতাপ উপদ্ৰব কৰে অমঙ্গল ॥
নবম স্কন্ধৰ চতুৰ্ব্বিংশ অধ্যাপদ ।
তুলসী মহাত্মা নাম শঙ্খচুড় বধ ॥
ভণিল গোপালে পুৰে ভক্ত মনকাম ।
পাতেক চাড়োক ডাকি বোলা ৰাম ৰাম ॥

## নাৰদৰ প্ৰশ্ন ।

নাৰদ বদতি দেব সংক্ষেপে বৰ্ণিলা ।
প্ৰকৃতি লক্ষণ সাবশেষে নকহিলা ।
পঞ্চবিধ তত্ব সমে তুলসী পূজন ।
পঞ্চ দেবতাৰ পূজা কৰহ কীৰ্ত্তন ॥

পঞ্চভাগ মূল আদ্যা-শক্তি কলা অংশ।
ই সবাৰ পূজা বিধি কহিয়ো কবচ॥
নাৰায়ণ কহে বাপু প্ৰকৃতি লক্ষণ।
শাবশেষে নিবন্ধিবে পাৰে কোন জন॥
এত বুলি নবম দশম একাদশ।
দোৱাদশ স্কন্ধ ভাগৱতে কৈল শেষ॥
পৰমাদ্যা প্ৰকৃতি সেবন সৰ্ব্বমূল।
তাঙ্ক ভজি পূৰ্ব্বযুগে সবে শক্তি পাইল॥
সৰ্ব্বব্যাপী মহামায়া প্ৰকৃতি ঈশ্বৰী।
তাঙ্ক ভজি ব্ৰহ্মা ভৈল সৃষ্টি অধিকাৰী॥
শিব ভৈল মৃত্যুঞ্জয় সংহাৰ সকতি।
বিষ্ণুয়ে পালন শক্তি ভৈল লক্ষীপতি॥
সাবিত্ৰী সহস্ৰ বৰ্ষ পূৰ্ব্বে তপ কৈল।
শক্তিৰ প্ৰসাদে কৃষ্ণ-বক্ষে স্থান পাইল॥
দুৰ্গাতপে সহস্ৰ বৰিষ হিমালয়ে।
তাৰ ফলে সৰ্ব্ব পূজনীয়া শক্তি পাৱে॥
একলক্ষ দিব্যবৰ্ষ গন্ধমাদনত।
তপিলন্ত সৰস্বতী ভৈল কৃত কৃত্য॥
দিব্য একশত যুগ লক্ষী তপ কৈল।
এতেকতে লক্ষীপদ তাৰ প্ৰাপ্ত ভৈল॥

সাবিত্ৰী তপিল ষাঠি হাজাৰ বৎসৰ ।
সকলৰে বন্দনীয়া ভৈল তাতপৰ ॥
একশত মন্বন্তৰ শঙ্কৰে তপিল ।
শত মন্বন্তৰ ব্ৰহ্মাদেৱে তপ কৈল ॥
বিষ্ণুয়ে তপিল তাঙ্ক শত মন্বন্তৰ ।
কৃষ্ণে তপিলন্ত আৰু শত মন্বন্তৰ ॥
শত মন্বন্তৰ ধৰ্ম্মৰাজাযে তপিল ।
এহি ৰূপে সৰ্ব্বে তপি নিজ শক্তি পাইল ॥
তুমিয়ো ভজাহা মুনি পাবা শক্তি পদ ।
সৰ্ব্বজয় সৰ্ব্ব সিদ্ধি লভিবা সম্পদ
এতশুনি ব্ৰহ্মা-পুত্ৰে শক্তি মন্ত্ৰ লৈল ।
মুনিক প্ৰনামি পাছে অন্য স্থানে গৈল ॥
ব্যাস নিগদতি নৃপ পূৰ্ব্বে আদি যুগে ।
পৰাশক্তি সেবক আছিল সৰ্ব্বলোকে ॥
ব্ৰাহ্মন ক্ষত্ৰিয় বৈশ্য শক্তি উপাসক ।
গায়ত্ৰী উপাসকাৰী ছিল সৰ্ব্বলোক ॥
গায়ত্ৰী তিয়াগি দ্বিজে শিব বিষ্ণু ভজে ।
নিটোজন জানা সত্য নৰকত পৰে ॥
নিত্য উপাসিত দেব শিব বিষ্ণু নোহে ।
উপাস্য গায়ত্ৰী মাত্ৰ সৰ্ব্ব বেদে কহে ॥

মূল প্ৰকৃতিৰ তত্ব নুবুজি পামৰ।
পাপ কৰি পৰে কুম্ভি পাকৰ ভিতৰ॥
এতেকতে সৰ্ব্ব আত্মা শক্তি মাত্ৰ সেব্য।
পৰম ঈশ্বৰী সৰ্ব্ব প্ৰবৃতি সম্ভব॥

## জন্মেজয়ৰ প্ৰশ্ন।

জন্মেজয় বদতি শুনিয়ো মহাভাগ।
তুমি সৰ্ব্বজ্ঞানী সৰ্ব্ব শাস্ত্ৰত পাৰগ॥
শুনিলো ব্ৰাহ্মণ সবে শক্তি উপাসক।
তিনি সন্ধ্যা কালে দ্বিজে উপাসে সন্ধ্যাক॥
তাক এড়ি আবে কেনে অন্য দেব লয়।
দেখিছো বৈষ্ণব কতো গনেশ পূজয়॥
কতো কপালিক পূৰ্ণভাগে অভিষিক্ত।
বাকলি পিন্ধয় কতো কেবলে নাঙ্গট॥
কতো বৌদ্ধ জৈন কতো মুক্ত দিগম্বৰ।
দেখো বহুলোকে সন্ধ্যা কৈল পৰিহাৰ॥
পণ্ডিত কুতাৰ্কি বুদ্ধিমন্ত বিচক্ষণ।
কহিবা বুজাই বেদ এৰে কিকাৰণ॥
আৰু মনিদ্বীপৰ মহিমা কহা গুৰু।
কোনৰূপ সিটো দেবীস্থান কল্পতৰু॥

সূত কহে হেন শুনি পাচে দ্বৈপায়ণ।
কহিবে লাগিল পূৰ্ব্বকথা বিচক্ষণ॥
পদ বাহুল্যক ডৰে বৰ্ণিলো সংক্ষেপে।
শুনা আবে ব্যাস কহিলন্ত যেন ৰূপে॥

## ব্যাসদেবৰ উত্তৰ॥

ব্যাসকহে পূৰ্ব্বে পঞ্চ দশ যুগ কালে। ৯৫
প্ৰাণীৰ দুষ্কৃতে ইন্দ্ৰ বৃষ্টি নাকৰিলে॥
ভৈল অনা বৃষ্টিমহা দুৰ্ভিক্ষ উৎপন্ন।
গৃহে গৃহে মৰাশৱ ভৈল সংখ্যা হীন॥
কেহো ঘোড়া বৰাহ শূকৰ মাৰি খায়।
কেহো বা ভোকত মনুষ্যৰ শব খায়॥
জননী বালক খায় পুৰুষে স্ত্ৰীখায়।
এহিৰূপে দুৰ্ভিক্ষে ধৰনী শূন্যহয়॥
তবে বহুত্তৰ বিপ্ৰ মিমংসা কৰিল।
চাৰিয়ো দিশৰ দ্বিজ একেলগ ভৈল॥
গায়ত্ৰী সেবক গৈতমৰ স্থানে গই।
দুৰ্ভিক্ষৰ পীড়া পাচে মুনিত জনাই॥
ঋষিকহে মই দাৰ আছো বৰ্ত্তমান।
উপায় কৰিবো শীঘ্ৰ দুৰ্ভিক্ষ বাৰণ॥

এতকাল গায়ত্রীক উপাসা কৰিল।
পূর্ণপাত্র লৈই দেবী সাক্ষাত হইল॥
গৌতমৰ হাতেদিয়া বুলিল বচন।
ব্রহ্মাণ্ডৰ দ্রব্য খুজি পাবাইটো স্থান॥
ধন ধান্য দুগ্ধ যব ঘৃত দধি মধু।
পায় সর্পিটক সুমধুৰ ফল স্বাদু॥
গোনহিন ৰথধ্বজ শ্রূক শ্রূব কুশ।
যিবাখোজ যতখোজ পাবা অহর্নিশ॥
সর্ব্বজনে তৈতে পাছে যজ্ঞসালা কৈল।
পৃথিবীৰ লোক মানে তথাতে পুষিল।
দ্বাদশ বৰিষ অন্তে ইন্দ্রেবৃষ্টি দিল।
ব্রাহ্মনক শপাইবে যুকতি কৰিল।
মায়াময় গাভীএক কৰিল সৃজন।
হাড়ে ছালে লগা,গুৰে গোবৰে লেপণ॥
গাভী গই যজ্ঞস্থানে প্রবেশ কৰিল।
সর্ব্বজনে তাড়াইলে তথাতে মৰিল॥
হোম অন্তে গৌতমে দেখিয়া ভৈলকষ্ট।
গায়ত্রী ৰূপিণী গাভী দিজেকৈল নষ্ট॥
বিভলায়া হয়োবাল দিল অভি শাপ।
কুম্ভীপাক নৰকে পড়হ মহাপাপ।

কলিযুগে যেবে কৃষ্ণ অবতাৰ হুইব ।
সেহিকালে তুমিসবে জনম লভিব ॥
বেদপন্থ এৰিসবে হুইবা ভিন্নপন্থী ।
কপালিক পূৰ্ণভাগী দিগম্বৰী যতি ॥
সেহিসব লোক ৰাজা কলিৰ ব্ৰাহ্মণ ।
বেদপন্থ হীনসবে ম্লেচ্ছ আচৰণ ॥
আত পৰে মণিদ্বীপ শুনা বিবৰণ ।
পৰাশক্তি মহাস্থান কৰিব কীৰ্ত্তন ॥

## মণিদ্বীপ বৰ্ণন ।

### পদ ।

ব্ৰহ্মলোকো পৰে মহাস্থান সৰ্ব্বলোক ।
চিন্তামণি দ্বীপনামে পৰম গোলোক ॥
কৈলাস গোলোক বৈকুণ্ঠতো কৰিছাৰ ।
প্ৰকৃতি পুৰুষ স্থান সবাৰ উপৰ ॥
শাক্তে বোলে শক্তিস্থান শৈবে শিবস্থান
বৈষ্ণবে বোলন্ত বিষ্ণুস্থান মনোৰম ॥
হৃদয়ে ভাবিলে ক্ষীৰ সমুদ্ৰ বোলয় ।
যেতমহা বিৰাট অনন্তে শুতিৰয় ॥

মূর্দ্ধিস্থানে মণিদ্বীপ ব্রহ্মৰন্ধ্র ভেদি ।
তৈতে মিলে জীব ভব বন্ধ কৰ্ম্মছেদি ॥
তাৰ সমস্থান নাই তিনিয়ো জগতে।
তিনিয়ো জগত তাঙ্ক বহেছত্ৰা বৰ্ত্তে ॥
ব্রহ্মাণ্ডৰ ছত্ৰ জ্যোতি র্ম্ময় ব্রহ্মস্থান।
হোৱে তৈতে প্রকৃতি পুৰুষ বিভাজন ॥
ৰামঅংশ হোৱে মূল প্ৰকৃতি পৰম।
দক্ষিনাংশ পুৰুষ শ্ৰীকৃষ্ণ যাৰ নাম ॥
সেহি দুয়ো কৰেপাছে ব্ৰহ্মাণ্ড সৃজন।
কোটি কোটি ব্ৰহ্মাবিষ্ণু শিব অগণন ॥
অনেক যোজন দীৰ্ঘ অনেক গম্ভীৰ।
মনিদ্বীপ বেঢ়ি আছে সুধা সৰোবৰ ॥
সৰ্ব্বদায়ে বায়ুবহি তৰঙ্গ খেলন।
সুবৰ্ণ বালুকা শ্বেত শংখে সুশোভিত ॥
তৰঙ্গৰ উৰ্ম্মীকৰেকৰ্ণসু শীতল।
উচ্চধ্বজে পোতসব ফুৰে পাল পাল ॥
নানাবিধ পোত নানা বিধ ধ্বজ উড়ে।
সুধা সমুদ্ৰৰ মাঝে আনন্দে বিহৰে ॥
চৌদিকি বিৰাজ তাত ৰত্ন বনখান।
তাহাৰ উত্তৰে ধাতু ময় গড় ঘন ॥

বহলে যোজন সপ্ত আকাশ লঙ্ঘিছে।
দানা অস্ত্র সন্ত্রধৰি ৰক্ষকে ৰাক্ষিছে ॥
যুদ্ধ বিষাৰদ সৰ্ব্ব ৰক্ষক তথাত।
চাৰি দ্বাৰে দ্বাৰপাল আছে শত শত ॥
দেবী ভক্ত গণসবে দ্বাৰ ৰক্ষা কৰে।
অজ্ঞাবিনা কোনে দেব যাইবে নাহিপাৰে
যেহিজন দেবীদৰ্শনাৰ্থে তৈত যায়।
বাহনে সহিতে দ্বাৰ মুখত থাকয় ॥
শত শত বিমান ঘণ্টা নাদে মনোহৰ।
ঘোটকৰ খুৰাশব্দে কৰ্ণহোৰে স্থিৰ ॥
কিল কিল শব্দে দেবী গণ সবে গই।
বেত্ৰাঘাত কৰি কতো দিয়ন্ত খেদাই ॥
দেবতা সেবক সবে তথাতে ফুৰয়।
সিসবাৰ কোলা হলে কৰ্ণ ৰুদ্ধ হয় ॥
নানা বাদ্য কোলাহলে শুনা নাহিযায়।
কদাচিত কোনে শব্দ শুনিবে পাৰয় ॥
সুধাসৰো বৰে সুধা বাৰি পান কৰে।
সৰ্ব্বদায়ে স্বাদু জল মিলয় সবাৰে ॥
ৰত্নবনে বিৰাজিত বিবিধ বাটিকা।
নাহি এতা অন্ততাৰ কোনে কৰে টীকা ॥

তাহাৰ উত্তৰে ৰত্ন নির্ম্মিত মণ্ডল।
গড়চুড়া স্পর্ষি আছে গগণ উপৰ ॥
পূর্ব্ব গটহন্তে ইটো শতগুণ তেজী।
লতাদ্রুম পাদ পবিট পীৰত্ন ৰাজি ॥
গোপূৰ কপাট তৈত বহু বৃক্ষ আছে।
ব্রহ্মাণ্ডৰ বৃক্ষমানে তথাতে ৰহিছে ॥
নতুন পল্লব নানা পুষ্পে সুশোভিত।
নানা বিধ স্বাদুফলে সর্ব্বদা ফলিত ॥
গন্ধে আমোদিত দশ দিক বহিযায়।
পনস বকুল আম্র পলাশ ফুলয় ॥
দেবদারু কাঞ্চন কর্ণিক কৰঞ্জাৰ।
লঙ্গজায় দারুচিনী মাঞ্জিষ্ঠা গোন্ধায় ॥
পাতল পটোল বট চম্পা নাগেশ্বৰ।
তমাল পীয়াল শাল দাড়িম্ব কর্পূৰ ॥
বন্ধুলী খর্জ্জুৰী জামু বগৰী কুৰণ্ড।
কঙ্কোল ৰসাল তাল সাল নাগভদ্র ॥
যূতী যাই ৰক্ত চম্পা নাবেঙ্গ চোৰঙ্গ।
চন্দন পাদপ কণ্ট কাশ্মীলতা লঙ্গ ॥
কটুফল তীক্তফল মাক্ষিক পর্ণ পত্রি।
শঁৰা ভেলা খদিৰ অশোক কূট জাত্রি ॥

বিল্বতেজ পত্ৰ আৰু মলতী মধাই ।
বনেউপ বনে নানা তৰুশোভা পাই ॥
কোকিল ভ্ৰমৰ নানা বিধ পক্ষী চয় ।
সুমধুৰ স্বৰেসবে অনন্দে গাৱয় ॥
সুশীতল স্নিগ্ধছায়া মৃত্তৰ সংযুক্ত ।
নানাঋতু নানাপক্ষী তথা বিহৰন্ত ॥
নানাৰস ময় জল যুক্ত নদীসব ।
পাৰাবত শুক সাৰী কপোত শালিক ॥
হংস হংসী চক্ৰবাক আৰু পানী কাউৰী ।
লতাগুল্মে জলেস্থলে ফুৰন্ত বিহৰি ॥
সুগন্ধ মলয় বায়ু বহেবন ভেদি ।
মৃগ মৃগী আনন্দে বিহৰে মন সাধি ॥
ময়ুৰে কৰন্ত কেকা মেকা মৃদু ৰায় ।
সুমধুৰ শ্বৰে সবে আনন্দে নাচয় ॥
কাংস্যমাণা উত্তৰত তাম্ৰসাল খান ।
চাৰি দ্বাৰ সমে উৰ্দ্ধ সপ্তম যোজন ॥
ইটোদুই বন মাঝে কল্প বাটিখান ।
তাৰ যত বৃক্ষফুল সুবৰ্ণ সমান ॥
বীজফল ৰত্নময় পত্ৰ স্বৰ্ণ ময় ।
দশযোজনক লাগি গন্ধ বিলৱয় ॥

দিবানিশি বশন্ত সিটোবন ৰক্ষাকৰে।
পুষ্প সিংহাসনে পুষ্প ছত্ৰ শিৰে ধৰে ॥
পুষ্প মালা পুষ্প ভুষা পুষ্প সমে ঘুৰে।
তাৰ অনুগ্ৰহে হৰি লক্ষ্মী ক্ৰীড়া কৰে ॥
অতি মনোহৰ বণ মধু নিজৰয়।
লক্ষ্মী সমে লক্ষ্মীকান্ত তৈতে বিহৰয় ॥
দশ যোজনক লাগি বায়ুগন্ধ বহে।
গন্ধে আমোদিত গন্ধৰ্ব্বয়ে গীত গাহে ॥
সহিত ৰসন্ত লক্ষ্মী বসন্ত বৰ্ত্তয়।
বাৰ মাসে কামুকৰ কাম বৃদ্ধিহয় ॥
তাম্ৰবন উত্তৰত সীসবন খান।
সিয়ো সপ্ত যোজন উচ্ছ্ৰিত মনোৰম ॥
সন্তান বাটিকা মধ্যে পৰম উত্তম।
আছে আৰু দুই খণ্ড বন সৰ্ব্বোত্তম ॥
তাৰপুষ্প গন্ধদশ যোজনে বহয়।
হিৰন্ময় পুষ্প সব তাহাতে ফুলয় ॥
সুশ্বাদু অমৃত ৰস সুমধুৰ ফল।
গ্ৰীষ্মে উত্তা পিত প্ৰাণী পিয়ন্ত সকল ॥
বীৰ্য্যবতী শুচিমতী দুইভাৰ্য্যা নৃপ।
গ্ৰীষ্মে পতি সমে হোৱে শীতল অনুপ ॥

তিনিয়ো লোকৰ শোক সন্তাপ যতেক ।
সেহিবন বৃক্ষমূলে থাকয় সম্যেক ॥
চন্দনে চৰ্চ্চিত বিলাসিণী ঝাকে ঝাকে ।
পুষ্পমালা ভুষি তালপত্রে বিছি থাকে ॥
শিতল সমুদ্র জলে পখালে প্রাচীৰ ।
প্রাচীৰ যোজন সাত দীর্ঘ সুবিস্তাৰ ॥
সেহিবাটি মধ্যেহৰি চন্দনৰ গাছ ।
সাৰি সাৰি ৰঞ্জি গন্ধে বিয়াপি ছেদিশ ॥
সিটোবন আজ্ঞাহহি যত মেঘচয় ।
কালে কালে বৃষ্টি সদা নিয়মে কৰয় ॥
বিদ্যুত পিঙ্গল নেত্র জীমূত কবচ ।
ইন্দ্ৰৰথ মুখৰ সম্বৰ্ত্ত বজ্র ঘোষ ॥
সহস্র ধাৰায়ে বৃষ্টিকৰে বাৰি ধাৰা ।
অম্বা তুলা মেঘবত্নী আদি মেঘমালা ॥
কলিকা বৰষেআক মহা বৃষ্টিধাৰা ।
মেঘৰ দ্বাদশ শক্তি বৰ্ষে আজ্ঞা পৰা ॥
নুতন পল্লব বৃক্ষ নব নব লতা ।
হৰিত বৰণ তৃণ শ্যাম লিপালতা ॥
নানাবৰ্ণ তৃণবন তাত শোভাকৰে ।
নদী নদ প্রবাহ বহন্ত বেগ ধাৰে ॥

সৰোবৰ তড়াগ পুখুৰী তৈত আছে :
দেবী কৰ্ম্ম কাৰী দেবসিদ্ধ তৈত বৈসে ॥
বাপী কুপ তড়া দেবী অৰ্থে উচৰ্গয।
সিটো সবলোক তৈত বসতি কৰয় ॥
আৰকুট আগে সপ্ত যোজন দীঘল।
পঞ্চলোহা বনখান অতি সুনিৰ্ম্মল ॥
মন্দাৰ বাটিকা তাৰ মধ্যত আছয়।
নানা পুষ্পলতা পত্ৰ শোভিত কৰয়।
তাৰ অধিপতি শৰদৰ ঋতুৰাজ।
কুলক্ষ্মী সুলক্ষ্মী নামে তাৰ দুই ভাৰ্য্যা ॥
দানসিদ্ধি লোক ভাৰ্য্যাসমে তাতৰহে।
আৰুনানা সাধুসন্ত সিটোস্থানে বসে ॥
পঞ্চ লোহা সালঅগ্রে মহা ৰৌপ্যসাল।
দৰ্ঘে সপ্ত যোজন উচ্ছ্রিত সুবিশাল ॥
পাৰিজাত বন তাত ফুলে জক মক।
দশ যোজনক লাগি গন্ধে বিয়াপক ॥
দেবী কৰ্ম্মকাৰী তৈত সেবক বিহৰে।
তাৰঅধিপতি সদা হিম ঋতুফুৰে ॥
শ্রীআৰু বিশ্রীনামে তাৰদুই ভাৰ্য্যা।
তাসম্বাৰ আজ্ঞামতে বৈসে সিদ্ধ প্ৰজা ॥

দেৱী উপাসক দেৱী ব্ৰত কাৰীজন।
সেহি সব লোকঅৰ্থে ইটোমহা স্থান ॥
ৰৌপ্যসালা অগ্ৰে সপ্ত যোজন দীঘল।
স্থবৰ্ণৰ সালা খান কৰে জলমল ॥
তাৰমধ্যে কদম্ব বাটীকা মনোহৰ।
তৃণ গুল্ম পত্ৰ পুষ্পে শোভিত অপাৰ ॥
কদম্বৰ মধু বহে সহস্ৰ ধাৰয়ে।
নিজানন্দে সৰ্ব্ব লোক আনন্দে বিহৰে ॥
পিয়ে কিনি পিয়ে তবু তথাতে বিহাৰ।
তাৰ অধিপতি ঋতু থাকন্ত শিশিৰ ॥
তপ আৰু তপ শক্তি তাৰদুই ভাৰ্য্যা।
আজ্ঞালই তাসম্বাৰ সমেকৰে ক্ৰীড়া ॥
দেৱীঅৰ্থে দানকাৰী সিদ্ধ লোকজন।
বিবিধ বিলাসে পৰিবাৰ সৰ্ব্বজন ॥
নানা ভোগ উপভোগে আনন্দিত হুই।
সিটো স্থানে ৰহেদাস দাসী সমে গই ॥
স্বৰ্ণসালা অগ্ৰে সপ্ত যোজণ প্ৰমাণ।
পুষ্পৰাগ সালাখান উদয় তপন ॥
কুঙ্কুম অৰুণ বৰ্ণ পুষ্পৰাগময়।
পুষ্পৰাগ ভূমিবণ উপবণ চয় ॥

ৰত্নময় বৃক্ষলতা সবে পুষ্পৰাগ।
ৰত্ন গঢ় ৰত্নলতা ৰতন সোহাগ ॥
বনপক্ষী বনজন্তু সৰোবৰ জল।
মণ্ড পৰস্তম্ভ আৰু মণ্ডপ সকল ॥
ভেট উতপল কুন্দ কুমুদ কহ্লাৰ।
গঢ়ৰ যি ৰত্ন ইসবেয়ো সেহিধৰ ॥
অতি উক্তি নিন্দাহেন নুবুজিবা ৰাজা।
গৃহদৰ্জা মণ্ডপ সকলে ৰত্ন সজ্জা ॥
পূৰ্ব্ব পূৰ্ব্ব সালাহন্তে পৰ সালাসব।
লক্ষগুণ তেজোমন্ত মহত বৈভব ॥
প্ৰতি ব্ৰহ্মাণ্ডৰ যত দিক পালগণ।
সৰ্ব্বদিক পাল আত্মাৰূপী অস্ত্ৰ গণ ॥
সেহিস্থানে নিবসতি কৰে নৃপবৰ।
পূৰ্ব্ব দিকে উচ্চ শৃঙ্গ মহেন্দ্ৰ নগৰ ॥
নানাউপবন তৈতে ইন্দ্ৰ ৰাজ্য কৰে।
স্বৰ্গতো অধিক শোভা ধৰে ইটো পূৰে ॥
সমস্ত ইন্দ্ৰৰ ইটো জন মহাইন্দ্ৰ।
ঐৰাবতে চড়ি বজ্ৰ থৰি বিহৰন্ত ॥
সৰ্ব্বহন্তে সহস্ৰেক গুণৰ উপৰ।
দেব সেনা সমে ৰাজ্য কৰে নিৰন্তৰ ॥

দেবকন্যা সমে তৈত শচীয়ো বিৰাজে ।
সৰ্ব্বমুখ্যা দেবী কোটি ব্ৰহ্মাণ্ডৰ মাজে ॥
বহ্নি কোনে বহ্নি পূৰী অগণি সমাণ ।
স্বধা স্বাহা ভাৰ্য্যা সমে অগণিৰ স্থান ॥
বাহনে ভুষণে নিজ সৈন্য পাৰিষদে ।
কোটি ব্ৰহ্মাণ্ডৰ মুখ্য অগ্নি থাকে তাতে ॥
প্ৰতি ব্ৰহ্মাণ্ডৰ ইন্দ্ৰ আৰু অস্ত্ৰ সস্ত্ৰ ।
সমাষ্টিক আত্মা মুখ্য ৰূপে আছে তৈত ॥
যাম্যদিকে যমপূৰী যমৰাজ স্থান ।
চিত্ৰগুপ্ত আৰু নিজ পৰিবাৰ গণ ॥
সমষ্টি স্বৰূপ মহামুখ্য যমৰাজ ।
সৰ্ব্বসমে ইটো স্থানে কৰন্ত বিৰাজ ॥
নৈঋতি কোনত সৰ্ব্ব ৰাক্ষস বসয় ।
তথাতে নিঋতিৰাজ অধি পতি হয় ॥
খড়্গ ধাৰী ৰাক্ষস সকলে পূৰী ৰাখে ।
নিজ পৰিবাৰ সমে নিঋতিয়ো থাকে ॥
বৰুণ দিশত ৰহে বৰুণ ৰাজন ।
পাশহস্ত মধুপানে মত্ত সৰ্ব্বজন ॥
বায়ু কোনে বায়ুলোক তাৰ ৰাজা বায়ু ।
মহা বায়ু সমষ্টি জগত পৰমায়ু ॥

বায়ুসিদ্ধ যোগি তৈত কৰন্ত বসতি।
ধ্বজ হস্তে মৰুদ গণ মৃগ যানে উঠি॥
নিজ পৰিবাৰ সমে পূৰি ৰক্ষাকৰে।
বায়ুৰ সমষ্টি সেহি পূৰত বিহৰে॥
উত্তৰে যক্ষৰ পূৰী যক্ষ অধি পতি।
বৃদ্ধি ঋদ্ধি মুখ্যে তাৰ আছে বহুশক্তি।
নবনিধি পৰ্ব্বত আকাৰ ধনপতি।
মহাপথ ধনৰক্ষা কৰে সেনাপতি॥
মণি ভদ্ৰ মণি নান মণি মণি কন্ধি।
পূৰ্ণভদ্ৰ মণি ভুযা মণি মণি স্ৰগ্ধী॥
এহি সব যক্ষসেনা সপৰি বাৰকে।
ব্ৰহ্মাণ্ড সমষ্টি মহাযক্ষ তৈতে থাকে॥
ঈশান কোনত মহাৰুদ্ৰ লোক খান।
ৰত্নে বিখছিত ৰুদ্ৰদেব অধিষ্ঠান॥
মন্যু মান বন্ধ পৃষ্ঠ সুদীপ্তনয়ণ।
ফুৰ্জ্জ সূৰ্ব্ব মাহেশ্ব বিজ্যব মহামান॥
নিজ সম অসংখ্যাত শূলধাৰী ৰুদ্ৰ।
বিকট কৰাল কতো অগ্নি যুৰ্দ্ধ॥
দশ হস্ত শত হস্ত সহস্ৰেক হাত।
দশ পদ দশ স্কন্ধ মহোগ্ৰ ত্ৰিনেত্ৰ॥

যিটো অন্তৰীক্ষ চৰ, যিটো ভূমি চৰ।
ৰুদ্ৰাধ্যায়ে বৰ্ণনা হইছে যিসবৰ॥
সিটো সবৰুদ্ৰ তৈত কৰয় বসতি।
ভদ্ৰ কালী আদি মাতৃ ৰুদ্ৰানী কতকোটী॥
নানা শক্তি সমন্বিতে ভূত প্ৰেত লই।
বীৰভদ্ৰ সমে ৰুদ্ৰ তথাতে থাকয়॥
মুণ্ডমালা ব্যাঘ্ৰচৰ্ম্ম গলে নাগহাৰ।
চিতাভস্ম লেপি সৰ্ব্ব প্ৰথমে বিহাৰ॥
ডম্বৰু ধ্বনিতে দশদিক কৰ্ণৰুদ্ধ।
অট্টহাসি ঘোৰ শব্দে গগণ ত্ৰাসিত॥
ভূতসেনা সমে ভূতপতি মহেশ্বৰ।
ঈষাণ দিশৰ অধিপতি নাম তাৰ॥

## মধ্যশালা বৰ্ণন।

### পদ।

পুষ্পৰাগ সাল অগ্ৰে কুঙ্কুম সদৃশ।
প্ৰভাতী অৰুণ বৰ্ণ পদ্মৰাগ সাল॥
দীঘলে যোজণ দশ দ্বাৰ মনোৰূপ।
তৈতে শত শত আছে ৰতণ মণ্ডপ॥

মনিময় স্তম্ভৰাশি শোভে সাৰি সাৰি।
চৌষষ্ঠি কলায়ে মধ্য ভুমিখাণ বেঢ়ি॥
ৰত্ন আভৰণে বীৰগণে অস্ত্রধৰি ;
পূৰী ৰক্ষা কৰে সদা আনন্দে বিহৰি॥
সমস্ত লোকৰ যত নায়ক আছয়।
আৰু পদ্মৰাগ ৰত্ন যৈত যিবা ৰয়॥
সমষ্টি স্বৰূপে তাত পৰিবাৰ সমে।
সৰ্ব্বলোক নায়ক বসন্ত অনুক্রমে॥
নিজ নিজ লোক নিজ বাহন সহিত।
পদ্মৰাগময় সৰ্ব্ব শক্তি বৈসে তাত॥
পিঙ্গলাক্ষী বিশালাক্ষী বৃদ্ধি যে সমৃদ্ধি।
স্বাহা, স্বধা, শ্রদ্ধামায়া, আৰু বসুধাত্রী॥
সাবিত্রী, ত্রিলোকধাত্রী, গায়ত্রী স্বৰূপা।
ত্রিদশ ঈশ্বৰী, স্কন্দমাতা, শতৰূপা॥
বিমলা, অচ্যুতপ্রিযা, চামলা, অৰুণী।
প্রকৃতি, বিকৃতি, সৃষ্টি, স্থিতি, পূণাৰুণী॥
সংহৰতী, সন্ধ্যামাতা, সতী, হংসীপৰা।
মৰ্দ্দিকা, ৰঞ্জিকা, দেবমায়া, যে অপৰা॥
দেবকী, কমলাসনা, দেবী ভগবতী।
সপ্তমুখী, ত্রিমুখী, ত্রিশূলী, লম্বওষ্ঠী॥

সুৰাসুৰ বিমৰ্দ্দিণী, দেৱী উৰ্দ্ধকেশী।
বহুশীৰ্ষা, বৃকোদৰী, দেৱী পৃষ্ঠমুখী ॥
ৰথ ৰেখা, ৰথবয়া, শশীৰেখা, পৰা।
গগণ, পবনবেগা, মদন আতুৰা ॥
অনঙ্গা, ভূবনপালা, অনঙ্গমথণা।
অনঙ্গ মেখলা, আৰু অনঙ্গ কুসুমা ॥
বিশ্বৰূপা, সুৰাৰ্দ্দিকা, দেৱীক্ষয়ঙ্কৰী।
সত্যবাদী, বহুৰূপা, ক্ষোভা বাগীশ্বৰী ॥
শুচিব্ৰতা, উদৰাক্ষা চতুঃষষ্ঠি শক্তি।
জ্বলজ্জিহ্বামুখী, আৰু বহ্নিমুখী আদি ॥
শুশিব সকল জল অগ্নিপান কৰো।
বায়ুৰুদ্ধ কৰো সৰ্ব্ব জগত সংহাৰো ॥
ক্ৰোধে ৰক্তনেত্ৰ সদা এই বাক্য কহে।
ধনুৰ্ব্বান ধৰি সবে যুদ্ধসাজে ৰহে ॥
দন্ত কটকটি শব্দে জগত বধিৰী।
পিঙ্গ উৰ্দ্ধকেশী সদা ৰহে ধনুধৰি ॥
শত অক্ষৌহিণী সেনা শক্তিৰে সমান।
একোজনে ব্ৰহ্মাণ্ড ধ্বংসিবে শক্তিমান ॥
শত অক্ষৌহিণী সেনা সবে সেহিৰূপ।
নপাৰে জগত কিকৰিবে সিটোসব।

যুদ্ধৰ সামগ্রি সর্ব্ব আছে সিপুৰীত।
হয় হস্তি ৰথৰ গণনা নাহি তৈত॥
অস্ত্র শস্ত্র সৈন্যৰ গণতি কিছু নাই।
যত্তলাগে যিবা তাতে সব পাই॥
পদ্মৰাগ অগ্রভাগে গোপূৰ মহা সাল।
দীর্ঘে দশ যোজন প্রাচীৰ সুবি শাল॥
বৈদুর্য্য মণিয়ে গঢ়ি স্তম্ভ গঢ় চয়।
সূর্য্য মুখী পুষ্পসম মধ্য স্থান হয়।
সিটো স্থান বাসী সবে বৈদুর্য্য সমান।
বৃক্ষ পক্ষী স্তম্ভকুপ সবে সেহি থান॥
কুঙ্কুম অৰুণ জিণি বেদুর্য্যৰ প্রভা।
স্ফটিকৰ জল সৰোবৰ কৰে শোভা॥
তথাতে দ্বাত্রিং শচ্চক্তি আছে মহা দেবী।
নানা অস্ত্রে শস্ত্রে হীৰা মণি ৰত্নে শোভি॥
প্রতি লোক নিবাসী সমস্ত জনমানে।
গোমেদ স্থানত ৰহে সন্নাহা বসনে॥
সিটো স্থলবাসী সবে পিশাঙ্কৰ মুখ।
স্বলোক নিবাসী সদা পুজে চক্রভুক॥
কাট ছিঙ্গ দহ পাছ বচন তুমুল।
সর্ব্বদায়ে ক্রোধ ৰক্তনেত্রে ওৰফুল॥

এক একজন দশ অক্ষৌহিণী সম ।
একজন লক্ষ ব্রহ্মাণ্ডর নাশ ক্ষম ॥
এহিৰূপ মহা সৈন্য কটেক আছয় ।
তাক গনিবাক ৰাজ কাৰ শক্তি হয় ॥
ৰথ গজবাজী হাতী নাহিকে গণন ।
সকলো যুদ্ধৰ সাজ আছে নিটোস্থান ॥
নিটো মহাশক্তি সমস্তৰ নাম শুনা ।
বিদ্যা হৃষ্টি পুষ্টী প্রজ্ঞাগিণী বালী ॥
কুহু, ৰুদ্রা, বীৰ্য্যা, প্ৰভা, নন্দা, প্রোষা শুং
কালৰাত্ৰি, মহাৰাত্ৰি, ভদ্ৰকালী, আভা ॥
বিকৃতি, কপৰ্দ্দী, দণ্ডি, মুণ্ডি, শিখণ্ডিণী ।
নিতিম্ভ, স্তম্ভমথণী, মহিষ মৰ্দ্দিণী ॥
ইন্দখণ্ডা, ইন্দ্ৰাণী, ৰুদ্ৰাণী, অৰ্দ্ধনাৰী ।
ত্ৰিশূলী, পাশিণী, আৰু নাৰায়ণী নাৰী ॥
অম্বিকাহ্লাদিণী আদি পঞ্চবিংশ শক্তি ।
একজন কোপে ৰাজা নষ্ট বিশ্বসৃষ্টি ॥
ইসবাৰ পৰাজয় কোনো কালে নাই ।
আৰু ইসবাৰ হাতে কাৰো ৰক্ষাহয় ॥
কেন্তু পৰ আজ্ঞাকৰ্ত্ৰী কৰিবে নপাৰে ।
একেকে অকাৰে সৃষ্টি সংহাৰ নকৰে ।

গোমেদক পূৰ অগ্রে মহা বজ্রশালা।
বজ্রমণি নির্ম্মি দশযোজন উজ্বলা॥
ৰাজদ্বাৰ কপাত শৃঙ্খলা হীৰাময়।
বহুবিধ গৃহ সুবিস্তাৰ পন্থচয়॥
পুলি পুলি বৃক্ষ সব ৰঞ্জি সাৰি সাৰি।
দীঘি সৰোবৰ বাপী তড়াগ পখুৰী॥
তৈতে দেবী ভুবনেশ্বৰী পৰিবাৰে।
লক্ষ কোটি দাসী সমে ৰহে নিৰন্তৰে।
একো একো জনে লক্ষ দাসী সেৱা কৰে।
কেহো তাল বৃন্তে কেহো কেহো গা-মলহে॥
কেহো তাম্বূলৰ বটা ধৰে লয় লাসে।
কেহো চত্র ধৰে কেহো চামৰে বিলাসে॥
কেহোজণী বিচিত্র বসন পৰিধান।
কেহো ফুলমালা পিন্ধি হাসে ক্ষণে ক্ষণ॥
কাৰো সিন্দূৰৰ ৰেখা চক্ষুত কজল।
কাৰোবা সুগন্ধে চৰ্চ্চা দেহ সুকোমল॥
কেহোজনী সিন্দুৰে কঙ্কণে মিহি পিন্ধে।
কেহোজনী পদশঙ্খ সেটুকীয়া বান্ধে।
কেহোজনী লযলাসে নানা বস্ত্র পিন্ধি।
আগে পাছে দেবী দেখি সিহ সুখাপ নাহি।

ফুল অলঙ্কাৰ সাজে ফুলৰে শৃঙ্গাৰ ।
ফুলৰ মুকুতা মালা গজমতি হাৰ ॥
নানা ৰূপে দেখাই গাৱ মদন চতুৰা ।
এহিৰূপ বহু লক্ষ আছে কামাতুৰা ॥
যুবক সকলো এহিৰূপ পৰি পাটি ।
দেবী অনুগ্ৰহে তুচ্ছজ্ঞান বিশ্বসৃষ্টি ॥
এহি সব কামাতুৰা শৃঙ্গাৰ গৰ্ব্বিতা ।
কহো তাসম্বাৰ নাম মদন ৰঞ্জিতা ॥
প্ৰথমে অনঙ্গৰূপা অনঙ্গ মদনা ।
সুন্দৰী মদনা তুৰা অনঙ্গ বেদনা ॥
ভূবন পালিকা সৰ্ব্ব শিশিৰ অনঙ্গা ।
বিদ্যুদ্দমা কন্ধ কান্ধী শ্ৰীভুবন বেগা ॥
বহ্নি অন্তৰনী ৰণ মঞ্জীৰ চৰণা ।
ধাবমানা শোভা আদি বিদ্যুত পমা ॥
সমস্ত কাৰ্য্যতে ইতো সকলো কুশল ।
বেদ হস্তে ফুৰে সদা যেনে দ্বাৰ পাল
গঢ়ৰ বাহিৰে অষ্ট কোনে নিৰন্তৰ।
অশ্ব সাল হস্তী সাল পদাতি বিহাৰ ॥
বজ্ৰসালা অগ্ৰে বৈদূৰ্য্যৰ পূৰীখান ।
ৰাজদ্বাৰ সমে দশ যোজন প্ৰয়ান ॥

গৃহ দর্জা ভূমি সবে বৈদূর্য্যে নির্ম্মান।
বাপী কুপত ভাগ পুখুৰী নদী মান ॥
নদ নদী বালি সবে বৈদূর্য্যৰ মণি।
তল মল কৰে যেন সুনির্ম্মল পানী ॥
তাৰ অষ্ট দিক্ষু ৰাজা ব্রহ্মাদি মণ্ডল।
নিজ পৰিবাৰে তৈতেৰহে আখণ্ডল ॥
প্রতি ব্রহ্মাণ্ডৰ যত্ত মাতৃকা সকল।
সবাৰ সমষ্টি মুখ্যৰহে সর্ব্বকাল ॥
ব্রাহ্মী মাহেশ্বৰী শক্তি কৌমাৰী বৈষ্ণবী।
বাৰাহী ইন্দ্রানী আৰু চামুণ্ডা কোটভী ॥
মহালক্ষী আদিকৰি মহামাতৃগণ।
ব্রহ্মা ৰুদ্র ইন্দ্রআদি যত দেবগণ ॥
জগতৰ কল্যান কাৰুণী আখণ্ডল।
নিজ নিজ সৈন্যসমে কৰে দ্বাৰ পাল ॥
কেটি কোটি হস্তী কোটি কোটি দোলা ঘোড়া।
বেশভুষা অলঙ্কাৰে যেন নব দৰা॥
হংস সিংহ ময়ুৰ গৰুড় বৃষ যান।
ইটোসেব ৰথ কোটি প্রমাণে বিমান ॥
সাৰথী সহিত ধ্বজ আকাশ লঙ্ঘয়।
নানাৰূপ বাদ্য ঘণ্টা ধ্বজে আবিচয় ॥

এহিৰূপে মহা দেব গণ দেবী গন।
সমস্তেক জন্ম তাতৰহে অনুক্ষন॥
বৈদূৰ্য্য অগ্রে পৰ সালা পূৰীখান।
ইয়োদশ যোজন দীঘল পৰিমাণ॥
ইন্দ্ৰ ণীল ৰত্ন মণি সাৰে নিৰ্ম্মিআছে।
ৰাজ পথ ভুমি গৃহ সমস্ত নিৰ্ম্মিছে॥
বাপীকুপ দীঘি সেহি মানিৰে নিৰ্ম্মিত।
তাৰ সহস্ৰপদ্ম বহু যোজন বিস্তৃত॥
সুদৰ্শনসম দীপ্তিমন্ত যোলদল।
তথাতে যোড়শ শক্তি বসতিৰ স্থল॥
সকল সমৃদ্ধি সৰ্ব্ব উপহাৰ সমে।
তাত নিবসতি যোল শক্তি অনুক্ৰমে॥
উমা সৰস্বতী লক্ষ্মী শ্ৰীদুৰ্গা কৰালী।
শ্ৰুতি স্মৃতি ধৃতি মতি মেধা বিকৰালী॥
কান্তি আদি ঘোৰ শক্তি তথাতে থাকন্ত।
নীল মেঘবৰ্ণ জ্যোতি খড়গ পথহস্ত॥
খেটক ধাৰিনী সৰ্ব্বে সমান কুশলা।
মূল ঈশ্বীৰৰ ইটো সৈন্য মহাবলা॥
প্ৰতি ব্ৰহ্মাণ্ডত যত শক্তি গণ আছে।
সবাৰ নায়িকা ৰূপে ইসব ৰহিছে॥

দেৱীৰ শকতি ব্ৰহ্মাণ্ডৰ ক্ষোভকাৰী।
নানা শক্তি সমে নানা বিমান বিহাৰী॥
সহস্ৰ মুখেয়ো শক্তি বৰ্ণিবে নপাৰে।
মনুষ্য কি শক্তি পৰাক্ৰম বৰ্ণিবাৰে॥
ইন্দ্ৰনীল সাল অগ্ৰে মুক্তা গড় পূৰী।
দীঘলে যোজন দশ প্ৰস্থে বহুযুৰি॥
মধ্য ভূমিখানো মহা মুক্তায়ে নিৰ্ম্মিত॥
তাৰমধ্যে অষ্টদল পদ্ম সুৰঞ্জিত॥
কেশৰ কৰ্ণিকা মুক্তা মনিতে নিৰ্ম্মান।
তৈতে দেৱী সমঅষ্ট মন্ত্ৰি গণ স্থান॥
জগতৰ বাৰ্ত্তা লই দেৱীক যোগাই।
দেৱী সম সুখভোগি ইঙ্গিতে বুজই॥
সকলো কাৰ্য্যতে প্ৰোক্ত সবাতে কুশল
দেৱী অভিপ্ৰায় বুজে প্ৰভূ কাৰ্য্যে বল॥
নানাশক্তি সমে প্ৰতি ব্ৰহ্মাণ্ড নায়িকা।
প্ৰাণি সমাচাৰ জ্ঞান শকতি দায়িকা॥
অনঙ্গ কুসুমাতুৰা অনঙ্গ কুসুমা।
অনঙ্গ মদনাতুৰা অনঙ্গ মদনা॥
শশী ৰেখা নভো ৰেগা ত্ৰিভুবন পাল।
পাশাঙ্কুশ বৰাভয় ধাত্ৰী সৰ্ব্ব বালা॥

প্ৰভাতী অৰুণ জিনি বৰ্ণ সবাকাৰ ।
বিশ্ব ব্ৰহ্মাণ্ডৰ বাৰ্ত্তা প্ৰবোধ সবাৰ ॥
মুক্তা সালা অগ্ৰে মহা মৰকত পূৰী ।
সিয়ো দশ যোজন দীঘল বহু যু ৰি ॥
সুখ ভোগ সৌভাগ্য নানাবিধ তৈতআছে ।
গৃহবাটি মধ্যস্থান মনিক্যে নিৰ্ম্মিছে ॥
ষড়কোনী পথ ইটো স্থান মনোহৰ ।
তাৰ অধিষ্ঠাত্ৰী দেবী নাম শুনাতাৰ ॥
পূৰ্ব্বকোনে চতুৰ্ব্বক্ত্ৰ গায়ত্ৰী সহিত ।
সৰ্ব্বদায়ে ব্ৰহ্মাদেব বিৰাজ কৰন্ত ॥
অক্ষ মালা কমণ্ডলু ব্ৰহ্মাদণ্ড ধাৰী ।
গায়ত্ৰীয়ো আছে সেহি অশ্ৰ শশ্ৰ ধৰি ॥
বেদ সৰ্ব্ব মূৰ্ত্তি ধৰি তথাতে আছয় ।
সজবিত মূৰ্ত্তি মন্ত অস্ত্ৰ শস্ত্ৰ চয় ॥
শ্ৰুতি স্মৃতি পুৰাণ সকলে মূৰ্ত্তিমন্ত ।
সজী বিত মূৰ্ত্তিধৰি তথাতে ৰহন্ত ॥
গায়ত্ৰী উপাসী যিটো ব্ৰহ্মা উপাসক ।
সেহি স্থানে নিবসন্তি কৰে সিটো লোক ॥
দক্ষিন কোনত শঙ্খচক্ৰ গদা ধৰি ।
মহাবিষ্ণু ৰূপেৰহে সাবিত্ৰী ঈশ্বৰী ॥

বিষ্ণু মূৰ্ত্তি উপাসক সাবিত্ৰী ভকত।
সিটোসব লোক নিব সতিকৰে তৈত ॥
বায়ুকোনে মহাৰুদ্ৰ সৰস্বতী স্থান।
বৰাভয় পৰশু অক্ষমালা বিভুষণ ॥
ৰুদ্ৰ উপাসক আৰু গৌৰী উপাসক।
ইটোকোনে বাসকৰে সেহিসব লোক ॥
চৌষষ্ঠি আগম লতা আৰুঅন্য সব।
মূৰ্ত্তি মন্ত জীবভাবে তৈতেআছে সর্ব্ব॥
অগ্নিকোণে ধনপতি কুবেৰ বৈসন্ত।
ৰতনৰকুম্ভ কমণ্ডলু ধৰি চন্ত ॥
সাৰি সাৰি গৃহে মহালক্ষ্মী সমন্বিত।
দেবী ধন ভণ্ডাৰত সিটো অধিপত ॥
বৰুণ কোনত ৰতি মদন বিহৰে।
পাশাঙ্কুশ ধনু র্ব্বাণ ধৰি নিজ কৰে ॥
মুৰ্ত্তি ধৰি ৰতিসমে শৃঙ্গাৰ থাকয়।
বিশ্ব ব্ৰহ্মাণ্ডত কলাৰূপে বিহৰয় ॥
ঈশান কোনত বিঘ্নি নায়ক গণেশ।
পুষ্টি সমে পাশাঙ্কুশ ধৰি কৰেবাস ॥
গণেশ বিভূতি নৃপ যতমান আছে।
মহতি ঐশ্বৰ্য্য সমে সবেতাতে বৈছে ॥

প্ৰতি ব্ৰহ্মাণ্ডৰ ব্ৰহ্মা বিষ্ণু আদিযত।
সমষ্টি স্বৰূপে তৈতে ঈশ্বৰী সেবন্ত॥
মৰকত অগ্ৰে প্ৰবালৰ মহাপূৰী।
দীঘলে আছয় শত যোজনক যুৰি॥
প্ৰভাতী তপন জিনি অতিৰক্ত প্ৰভা।
মধ্য স্থান গৃহ দৰ্জা সেহিৰূপে আভা॥
তাতে পঞ্চ ভূত অধিকাৰী জন বসে।
হৃল্লেখা গগনা ৰক্তা কৰালী মৎচুচুসে॥
বিচিত্ৰ ভূষণা পাশ অঙ্কুশ ধাৰিণী।
চতুৰ্ভূজা ধৰা ভয়া জীবৰ কল্যাণী॥
দেবীৰ সমানে বেশ যৌবনে গৰ্ব্বিতা।
নবীন বয়সী কভু নোহে বাল্য বৃদ্ধা॥
প্ৰবাল সালৰ অগ্ৰে নবৰত্ন সালা।
অতি মহাসাল বহু যোজন দীঘলা॥
দেবীৰ মণ্ডপ বহু তথাতে আছয়।
পুখুৰী তড়াগ গৃহ মাটি ৰত্নময়॥
দেবী অবতাৰ মানে তথাতে থাকয়।
আৰু মহাবিদ্যা সব সিথানে ৰহয়॥
নিজ আবৰণে নিজ তুষণ বাহনে।
কোটি সূৰ্য্য সম সবেৰ হে সিটো স্থানে॥

সাত কোটি মহা মন্ত্র দেবতা থাকয়।
সিসবৰ সুক্ষ্ম অংশ জগতে বৰ্ত্তয়॥
নবৰত্ন সাল অগ্রে চিন্তামণি গৃহ।
সূৰ্য্য মণি চন্দ্র মণি প্রস্তৰে নিৰ্ম্মিত
বিজুলী সমান প্রভা স্তম্ভ কোটি শত।
জ্যোতি প্রভা মধ্যে যিটো বস্তু মনোদৃশ্য॥
সেহি প্রভাশালী জ্যোতিৰ্ম্ময় পুৰ বৰ্ষ্য।

## দেবী পুৰী বৰ্ণন।

### পদ।

ব্যাসনি গদতি ৰাজা শুনা আৰু তত্ব।
সৰ্ব্ব মধ্যে দেবী গৃহ আছে বিৰাজিত॥
চাৰিটী মণ্ডপ সবে ৰত্নৰ নিৰ্ম্মিত।
সহশ্রেক ৰত্ন স্তম্ভ প্রতি মণ্ডপত॥
শৃঙ্গাৰ মণ্ডপ এক মুকুতি মণ্ডপ।
একান্ত মণ্ডপ আৰু জ্ঞানৰ মণ্ডপ॥
নানাগন্ধে আমোদিত নানা ধুপ গন্ধ।
এক কোটি সূৰ্য্য যেনে প্রকাশ কৰন্ত॥

মণ্ডপৰ মধ্য স্থান কাশ্মিৰী কুসুম।
কুন্দ মালতীৰ মালে শোভে বিতোপণ ॥
মৃগমদ কস্তুৰী সুগন্ধ শ্ৰাবী ঘট।
অসংখ্যত সাৰি সাৰি ৰতনে খছিত ॥
মহাপদ্ম বনে যত সোপান আছয়।
ৰতনে নিৰ্ম্মিত সব অতি শোভাময় ॥
সকল পুষ্পত মধুৰসে পৰি পূৰ্ণ।
ভ্ৰমৰে কৰন্ত গুঞ্জ ৰবে মধুপান ॥
হংসকাক কোকিল গন্ধতে আমোদিত।
পুষ্প বনে গন্ধে মণি দ্বীপ সুবাসিত ॥
শৃঙ্গাৰ মণ্ডপে সদা দেব গান কৰে।
নানাৰূপ অঙ্গ ভঙ্গে সুমধুৰ স্বৰে ॥
সভাসদ যতমান সবেয়ো দেবতা।
মধ্য স্থানে জগত জননী অবস্থিতা ॥
তৃতীয় মন্দিৰে কৰে জ্ঞান উপদেশ।
মুক্তি মণ্ডপত কৰে মুকুতি আদেশ ॥
মুখমণ্ডপ হয় বিচাৰ আলয়।
সৃষ্টিৰক্ষা বিচাৰ দেবীয়ে আলোছয় ॥
মন্ত্ৰিনী সহিতে কৰে বিচাৰ আলোচ।
আত্মতত্ব শক্তি মন্ত্ৰি পদে অধিবাচ্য ॥

প্ৰতিমঞ্চে দশ দশ সোপান শোভয়।
মধ্যে দেবী সিংহসন বিৰাজ কৰয়॥
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ ঈশ্বৰ ইটো চাৰি।
দেবী মঞ্চ খুড়াইটো থাকে খুৰবিৰি॥
সদাশিব খাতপাট মঞ্চৰ উপৰি।
তাৰ উপৰত বসে ভূবন ঈশ্বৰী॥
সৃষ্টিৰ আদিতে যিটো দেবী লীলাৰূপে।
ভৈলন্ত বিভাগ শক্তি পুৰুষ স্বৰূপ॥
সেহিঅৰ্দ্ধ অঙ্গমহা পুৰুষ ঈশ্বৰ।
কোটি কন্দৰ্পকো নিন্দি পৰম সুন্দৰ॥
ৰৰাভয় পৰশু শোভি চাৰি ভূজ।
ষোড়শ বৰিষ নিজে ধৰিলন্ত অস্ত্ৰ॥
কোটি সূৰ্য্য প্ৰকাশ কোটি চন্দ্ৰমা শীতল।
শুদ্ধস্ফটি কৰসম ত্ৰিনেত্ৰ শীতল॥
বামে শ্ৰীভূবনেশ্বৰী দেবী অৰ্দ্ধ অঙ্গ।
নবৰত্ন কৰ্ণিকা মেখলা মনোৰম॥
শ্ৰীমুখ মণ্ডল পথ পূৰ্ণ শশধৰ।
যাকদেখি ক্ষোভে পানা নয়োহোৱে চিৰ॥
অষ্টমীৰ চন্দ্ৰজিনি ললাট উত্তম।
বিম্বকল নিন্দিওষ্ঠ মগ মনোৰম॥

কুঙ্কুম কস্তুৰী ভালে তীলক শোভন।
তাহাৰ উজ্জ্বলে উদ্ভাসিছে পদ্মানন ॥
চন্দ্রসূর্য্য জিনি শিৰে মুকুট উজ্বল।
চুড়ামণি সমেঅতি শয়জল মল ॥
মধ্যাহ্ন ভাস্কৰ নাক ফুল মনোহৰ
গজ মুকুতায়ে ঝুলি আছে নঠবৰ ॥
কুঙ্কুম কস্তুৰী পঙ্ক মাখস্তন যুগ।
বিচিত্র বিবিধ কল্প মেখবর্ণ কেশ ॥
পক্ক দাডিম্বৰ বীজ শুভ্র দন্ত পান্তি।
মধুভ্রমে মুখেপৰি অলিকৰে কান্তি ॥
নিস্কলঙ্ক শৰত পূর্ণিমা স্ববদন।
গঙ্গাৰ আবৰ্ত্তে যেন চন্দ্রৰ কিৰণ ॥
মানিক্য অঙ্গুৰী সৰ্ব্ব আঙ্গুলে শোভিত।
কিশোল পুণ্ডৰী পত্র বিনান্দি ত্রিনেত্র ॥
মনসা কল্পিত মহা ৰত্নপদ্ম ৰাগ।
ৰুনজুন ৰতন কঙ্কন মহা ভাগ ॥
হীৰামণি বিখছিত শ্রীবৎসৰ পান্তি।
গজমতি সমেউৰ স্থলে কৰে কান্তি ॥
কবৰী বেষ্টিত মালতীৰ মালাশোভা।
ৰতন পখিলা শিৰে কোটিসূৰ্য্য প্ৰভা ॥

কাপালত চিতি পাঁত্ৰী মুক্তাদোল মান।
জলমল কৰে কান্তি সূৰ্য্য যেন খান॥
নানা ৰত্নে ণূপুৰ পদত ৰুণজুন।
মুক্তিৰ সোপান ভকতৰ ভক্তিধন॥
সুগন্ধ মলিকা মালা গলেপৰি ধান।
কুচগিৰি পৰেচুলি কৰিছে শোভন॥
চতুৰ্ভুজ বৰাভয় পাশাঙ্কুশ ধাৰি।
সকল শৃঙ্গাৰ বেশী সুকোমল শৰী॥
কোটি কোটি ৰবিশশী জিনি দেহকান্তি।
তুলন দিবাৰ স্থল নাহিকে নৃপতি॥
কোটি কোটি দাসী কোটি কোটি সখীগণ।
দেবসমে দেবনাৰী কৰে বিচৰণ॥
ইচ্ছাক্রিয়া জ্ঞানশক্তি লজ্জা তুষ্টি পুষ্টি।
কীৰ্ত্তি মেধা দয়াকাস্তি ক্ষমা লক্ষ্মী মূৰ্ত্তি॥
অজিতা অপৰাজিতা জয়া স্ত্রী বিজয়া।
নিত্য বিলাসিনী স্মৃতি দোগ্ধ্ৰী ঘোৰামায়া॥
মঙ্গালাক আদি ইটো সপীঠ শক্তি।
ইসবৰ পাৰ্শ্বভাগে ৰত্ন নিধী কোটি॥
শঙ্খপথ মহাপথ নাহি পৰিমাণ।
সুবৰ্ণ ৰতন শ্ৰাবী নদী বহুমান॥

ৰত্ন স্বৰ্ণৰ নদীবহে স্রোত ধাৰে।
সপ্ত ধাতু বহানদী সংখ্যা কোনে কৰে॥
সমস্ত নদীয়ে সুধা সমুদ্রে পৰয়।
প্রতি ব্রহ্মাণ্ডৰ ৰত্ন লক্ষীৰ আশ্রয়॥

## ৰাজা।

ইটো মহা দেবী ভুবন ঈশ্বৰী।
বামভাগে সৰ্ব্বেশ্বৰ মহেশ বিহাৰী॥
যাৰ সম আন দেব নাই ত্রিভুবনে:
আৰু অন্য কোন দেব নাহি তাৰ সনে॥
চিন্তামণি মণ্ডপৰ শুনা পৰিমান।
আয়ামে ব্যায়ামে হয় সহস্র যোজন॥
তাহাৰ উত্তৰে আছে মহাপীঠ সালা।
চিন্তামণি পীঠৰ দ্বিগুণ মহাসালা॥
সিটো পূৰী থান ৰহে আকাশ মণ্ডলে।
নাহিকে আধাৰ মাত্র বায়ুৰ উপৰে॥
সঙ্কোচ বিকাস যেনে ধোপাবৰ আঠা।
টানিলে দীঘল এৰিদিলে বান্ধে গোটা॥
আকাশৰ পটৰূপে ৰহে সিটো স্থান।
মহা প্রলযতো তাৰ নাহি অকৈল্যান॥

সর্ব্ব সালা উপৰি সাবৰ কান্তি মান।
চিন্তমণি গৃহ সালা মহাদেবী স্থান ॥
প্ৰতি ব্ৰহ্মাণ্ডৰ যত মান উপাসক।
দেব নাগ মনুষ্য ভূচৰ যত লোক॥
সকলোকে দেবী ইটো স্থানতে ৰাখয়।
জন্ম জৰা ব্যাধি মৃত্যু কিচু নাহি তয় ॥
দেবী আৰাধনে দেবী ক্ষেত্ৰে প্ৰাণ এৰে।
সিটো সব লোক যায় ইটো স্থানো পৰে ॥
ঘৃত দধি দুগ্ধ মধু ক্ষীৰ সৰোবৰ।
দ্ৰাক্ষাৰস অমৃত খৰ্জ্জুৰ মহা সৰ ॥
জাম্ব আম্ৰ ইক্ষু ৰস শ্ৰাবী নদীমান।
শত সহস্ৰেক তাত আছন্ত ৰাজন ॥
মনোৰথ ফলা বৃক্ষ বাপী কুপ চয়।
সিয়ো শত সহস্ৰেক তথাতে আছয় ॥
নাহিচিন্তা হিংসা কাম ক্ৰোধ লোভ মোহ।
সৰ্ব্বজন যুবক আপোন নাৰীসহ ॥
সহস্ৰ আদিত্য সম প্ৰকাশী থাকয়।
তৈতে বসি ভুবনেশ্বৰীক আৰাধয় ॥
কেহোজন লোক পায় কেহোবা সামীপ্য
কেহোবা সাযুজ্য পায় কেহোবা সাৰূপ্য ॥

প্ৰতি ব্ৰহ্মাণ্ডত যত দেব দেবী আছে।
তাতে থাকি সৰ্ব্বদায়ে দেবী আৰাধিছে॥
সপ্ত কোটি মহা মন্ত্ৰ তথাতে আছন্ত।
মহা বিদ্যা পৰা শক্তি তথা বিৰাজন্ত॥
ব্ৰহ্মাৰ বিগ্ৰহ সবে মায়াৰ আকাৰ।
সৃষ্টি লাগি মায়াময় ব্ৰহ্মান্ত প্ৰকাৰ॥
কোটি কোটি চন্দ্ৰ সূৰ্য্য বিদ্যুতিকা ৰস্মী।
মণি দ্বীপ কোটি অংশ নোহে নৃপমণি॥
কতো ৰস্মী মৰকত কতো দ্ৰুমঅম্ভা।
কতো বিদ্য তিকাযেন কতো ৰবি প্ৰভা॥
কতো ৰশ্মী কোটি কোটি বিজুলী খেলনা
কতো নীল হিন্দুৰ মানিক্য শশী ফণা॥
কতো ব্ৰহ্ম হীৰা সাৰ কৰে জলমল।
জল ভ্ৰমে স্থলকে মানয় যেনে জল॥
কতো অগ্নি বৰ্ণ তপ্ত কাঞ্চণ সন্নিভ।
কতো চন্দ্ৰ সূৰ্য্য জ্যোতি দৃষ্টিহয় ক্ষোভ॥
ৰত্নৰে পৰীখাগড় ৰত্নৰে কপাট।
ৰত্ন পত্ৰ পুষ্প ফল ৰত্ন বৃক্ষ যত॥
শোভিত কৰিছে পূৰী বেড়ি চতুৰ্দ্দিকে
শুক সাৰী কোকিল বিহৰে ঝাকে

লক্ষাবধি সৰোবৰ সুনির্ম্মল জল।
তাত ফুলি আছে ৰত্নময় পদ্ম ফুল॥
শত যোজনক ব্যাপি সুগন্ধ বহয়।
মন্দাৰ গাছত পৰ লতা জন্মিছয়॥
চিন্তামণি পূৰ জ্যোতি গগণে পৰসি।
আৰু ৰত্ন প্ৰভা জ্যোতি উদ্ভাসিছে দিশি।
বৃক্ষৰ সুগন্ধ বায়ু বহি দশো দিকে।
মণি দ্বীপ আমোদিত কৰিছে সম্যেকে॥
মণিৰ উজ্জ্বল পাণী কৰে তলমল।
সহস্ৰ ধাৰায়ে যেন জৰে বিন্দু জল॥
দৰ্পণৰ মধ্যে যেন প্ৰতি বিম্ব দেখি।
তাতো কৰি মণি দ্বীপ পূৰীক উপেক্ষি॥
ব্ৰহ্মাণ্ড ঐশ্বৰ্য্য ব্ৰহ্মাণ্ডৰ ৰতি শক্তি।
ব্ৰহ্মাণ্ডৰ তেজ পৰাক্ৰম ৰূপ জ্যোতি॥
সমস্তৰ সমষ্টি স্বৰূপ মণি দ্বীপ।
তাক বৰ্ণিবাৰ শক্তি আছে কাৰ ভূপ॥
যথাবত জ্ঞানে মই কৰিলো কীৰ্ত্তন।
শ্ৰৱণে কীৰ্ত্তনে নৰে পাবে পৰিত্ৰাণ॥

# গ্রন্থকর্ত্তৰ মিনতি ॥

জয়নমো জগত জননী নাৰায়নি।
অনন্ত ব্ৰহ্মাণ্ড কোটি কৰণ কাৰুণী ॥
তুমি আদি স্থূল সুক্ষ্ম কল্পিত আকাৰ।
ভাবুকৰ ভাবমতে শৰীৰ বিচৰ ॥
কোটি ব্ৰহ্মাবিষ্ণু মহেশ্বৰ দেবগণ।
মায়াযে মোহিত দেহ ধাৰী সৰ্ব্বজন ॥
সিসবৰো আদি তুমি সৰ্ব্বদেহ বৰ্ত্তি।
তোমাক চিন্তিবে শক্তি নাই ভগবতি ॥
বায়ূৰো তন্মাত্ৰা তুমি জ্যোতিৰো তন্মাত্ৰা।
কৰ্ম্মী জীব দেহমধ্যে তুমি অধিষ্ঠাতা ॥
বাপত শকত্তি তুমি কিমতে চিন্তিবো।
আকৃত্তি আচৰিত তাতো সমৰ্থ নহইবো ॥
এতেকতে মনে জ্ঞানে এক ভাবধৰি।
সুখে দুখে মুখেনাম ডাকো প্ৰাণভৰি ॥
কালৰো অন্তক তুমি বিধিৰো বিধতা।
প্ৰকৃতি পুৰুষ নামে জ্যোতিৰ্ম্ময় আত্মা ॥
নাজানি পাম্ৰে আমি ভেদবুদ্ধি কৰো
জ্ঞানৰ বিলয়ে বৰ সক ভাগকৰো ॥

শাস্ত্রৰ নিগূঢ় ভাব বুজো কেনেকৰি।
এগাছি প্রদীপ তিনিভাগে ভেদকৰি॥
তিনিয়ো ভাগতে হোৱে সমানে প্রকাশ।
একেলগ কৰিলেও সেহি সে প্রকাশ॥
সাক্ষাতে দেখিছো মহাশক্তি বিৰাজিছে।
অনন্ত ব্রহ্মাণ্ডে সমভাবে প্রকাশিছে॥
সেহি শক্তি এৰিগৈলে সবে চাৰখাৰ।
ব্রহ্মাবিষ্ণু মহেশ্বৰ হোৱে শবাকাৰ॥
দেহী মাত্রে সর্ব্বজন শক্তিৰ অধীন।
সবাৰ উপৰ মাত্র তুমি সে স্বাধান॥
স্বতন্ত্র শক্তি তুমি গুণে মাত্র বুজো।
নাহি ঘৰবাড়ী দেহ কোনৰূপে পূজো॥
নামৰ মধ্যত তুমি আদি নাম গুৰুৰ মধ্যত গুৰু।
অনন্ত ব্রহ্মাণ্ডে তুমি আদিশক্তি মুক্তিদাতা কল্পতৰু॥
শ্রবণ কীর্ত্তন, বন্দন তোমাৰ,
অর্চ্চন পদ সেবন॥
দাস্য সখীত্ব, নববিধ ভক্তি,
ভজনে নাহিক জ্ঞান।
আত্ম নিবেদন, সবাতে প্রধান,
সর্ব্বত্রে তেমাক লক্ষো॥

*৩৪*

জীৱজন্তু কীট, চেতনৰহিত,
পাষাণ বৃক্ষতো দেখো ।
যেহিৰূপে বুদ্ধি তুমি দিলা ভগবতি !
বিৰচিলো ভাগবত পদ মূৰ্খমতি ॥
জন্মেজয় আগে ব্যাসদেব নিবন্ধিলা ।
পাঠ অন্তে তৈত পাছে নাৰদ আসিলা ॥
দেবলোক আজি ৰাজা আশ্চৰ্য্য দেখিলো ।
সেহিবাৰ্ত্তা কহিবাক এথাত আসিলো ॥
তযু পিতৃ পৰীক্ষিত নিজ কৰ্ম্মবলে ।
দুৰ্গতি লভিয়া নৰ্ক ভোগত আছিলে ॥
দিব্য দেহধৰি আজি বিমানে আৰোহি ।
দেব অপেস্বৰীৰ মিনতি স্তুতি লভি ॥
দেবী পূৰ মনি দ্বীপে কৰিল গমন ।
দেবী ভাগবত তুমি কৰিলা শ্ৰবন ॥
সেহিফলে তযু পিতৃ মুকুতি লভিল ।
মহাকাল বিপ্ৰ শাপ হন্তে নিস্তৰিল ॥
আৰু অম্বা যজ্ঞ কৰি পিতৃক তাৰিলা ।
ধন্যতুমি মহাৰাজ জনম ধৰিলা ॥
মহন্তে বিচাৰি আবে দেখিয়ো সম্যোক ।
সজ্ঞাত কৰিয়া মানা ব্যাস মুনি বাক্য ॥

সৰ্ব্বশাস্ত্ৰ মূল ইটো মুখ্য ভাগবত।
পদে পদে অশ্বমেধ ফল অবিৰত॥
বটপত্ৰ বাসী বিষ্ণু কহিল ব্ৰহ্মাৰ।
শতকোটি শ্লোকে ব্ৰহ্মা নিবন্ধিলে তাক॥
সকলৰ সাৰ ব্যাস একত্ৰ কৰিল।
অষ্টাদশ সহস্ৰ শ্লোকত নিবন্ধিল॥
সমপূৰ্ণ দ্বাদশ স্কন্ধ বিভাগ কৰিয়া।
জন্মেজয় আগে পূৰ্ব্বে কহিল ভাঙ্গিয়া॥
নিত্যে ইটো ভাগবত যিজনে শুনয়।
কদাচিতো কোনোকালে দুঃখ নাহিহয়॥
অপুত্ৰৰ পুত্ৰ হোৱে নিধনীৰ ধন।
বন্ধ্যাজনে পুত্ৰলভে বন্ধ বিমোচন॥
যাৰ ঘৰে ইটো পুথি থাপনা কৰয়।
ভক্তি ভাবে পুজা পাঠ বন্দন কৰয়॥
লক্ষ্মী সৰস্বতী তাৰ ঘৰ নাহি এৰে।
বেতাল ডাকিনী ভূত জ্বৰে নাহিধৰে॥
ইহলোকে সৰ্ব্বফল হাতেহাতে পায়।
অন্তিমে বিমানে চড়ি দেবী পূৰে যায়॥
এতেকতে সবে চতুৰ্ব্বৰ্গ ফল লাগি।
ভজাসবে মুলশক্তি পদ অনুৰাগি॥

ঘুগ্নহট্ট নামত নগৰ অনুপাম।
ভোগ দধি নদী তীৰে ব্ৰহ্ম পুৰ গ্ৰাম॥
কৌযিকৰ কুলে জাত ঠাকুৰ বংশত।
নিৰপেক্ষী দেৱদ্বিজ গুৰুপদে ৰত॥
দৰিদ্ৰ গোপাল ভণে এড়া আনকাম।
পাতেক চাড়োক ডাকি বোল ৰাম ৰাম॥
কৰম বৃক্ষৰ, শকতি অপাৰ,
প্ৰবৃত্তি নিবৃত্তি ফল।
অগাধ পানীতে, পৰিতল গৈল,
সিচিলে নপৰে তল॥
কেবলা ভকতে, পিলে ঘটে ঘটে,
মুচৰি ছিঙ্গিলে লাই।
সন্তে মহন্তে, যাই সেহিপথে,
দীন গোপাল দেৱে গাই॥

